# উপদেশ ৰত্নাৱলী

বা

# দশোপদেশ

প্ৰথম সংস্কৰণ

৫০০ শঙ্কৰাব্দ

ৰচোতা, সংগ্ৰাহক আৰু প্ৰকাশক—

হৰিদাস শ্ৰীভুৱন

গুৱাহাটী (অসম)

দহ ॥৵০ অনা মাত্ৰ

# কাৰ্পণ্য

বিজ্ঞসকলক কৰযোৰে জনাও যে তেখেতসকলে মনোযোগেৰে পঢ়ি চাই যুক্তি আৰু শাস্ত্ৰৰ যোগেদি পৰীক্ষা কৰিহে যেন আদৰ আৰু অনাদৰৰ সিদ্ধান্ত কৰে। যি সকল "মাৎসৰ্য্য" পৰায়ণ লোক সেইসকলক শাস্ত্ৰই বা যুক্তিয়ে চুকি নাপায়। পৰশ্ৰীকাতৰ লোকৰ নিন্দাৰপৰা কোনোৰূপেই গ্ৰন্থকাৰ ৰহিত হব নোৱাৰে॥ গতিকে সেইসকলৰ প্ৰতি মোৰ কব লগা একো নাই।

মাত্ৰ শিষ্যসকলক ইমানকে আদেশ কৰিছো যে কোনো শাস্ত্ৰজ্ঞ সাধুলোকে শাস্ত্ৰ আৰু যুক্তিৰ দ্বাৰা এই উপদেশৰ কোনোটি ভুল প্ৰমাণ কৰি দেখাব পাৰিলে, আৰু ইয়াত কৰি উত্তম উপদেশ মাত্ৰ শৰণীয়াৰ কাৰণে প্ৰদৰ্শন কৰাব পাৰিলে তৎক্ষণাৎ সৎউপদেশ গ্ৰহণ কৰিবলৈ অনুমতি প্ৰদান কৰা হল। কিন্তু সাৱধান ভ'ল বুজেৰে তেনে নকৰিলে পথ ভ্ৰষ্ট হব লাগিব। যদিহে—

আপোনো পণ্ডিত মুহি মহন্তক
নুপাশিলে কদাচিত।
তথাপিতো গুৰু বোলায়ে কৃষ্ণৰ
মায়ায়ে হুয়া মোহিত॥

অথবা— মূৰ্খ হুয়া বোলে মই পণ্ডিত।
নষ্ট কৰি ফুৰে আনৰো চিত্ত॥

এনে ধৰণৰ বহুৰঙ্গী ধূৰ্ত্তৰ জালত পৰি বিপথগামী হলে মোৰ দোষ নাই। আপোন হাতে বিহ খালে বচোৱাৰ উপায় কম। এতেকে সাৱধান! সাৱধান!! সাৱধান!!!

# দিগ্‌দৰ্শন

গুৰুৰ কৃপাত, পৰমাত্মাৰ আদেশ মতে, মোৰ বন্ধুসকলৰ কামনা আৰু শিষ্যসকলৰ প্ৰাৰ্থনাৰ প্ৰেৰণাত বাধ্য খাই নিজ গুৰুৰপৰা লব্ধ জ্ঞান অনুযায়ী মোৰ প্ৰীতি তথা শ্ৰদ্ধাভাজন বৈষ্ণৱসকলৰ হিতাৰ্থে এই ক্ষুদ্ৰ গ্ৰন্থখনি বিশেষকৈ মনু, গীতা, ভাগৱত, পদ্ম-পুৰাণ, আচাৰ নিৰ্ণয় আদি গ্ৰন্থৰপৰা প্ৰমাণ সংগ্ৰহ কৰি দৃঢ়তা সম্পাদনাৰ্থে দি ৰচিত হ'ল। এই ক্ষুদ্ৰ গ্ৰন্থখনিৰ দ্বাৰা যদি— বৈষ্ণৱ সমাজৰ কি মোৰ প্ৰিয়তম শিষ্য সকলৰ অলপো উপকাৰ হয়, তেন্তে মোৰ শ্ৰম সফল হ'ব।

মোৰ বহিৰঙ্গী শিষ্যসকলক আদেশ কৰিছো যে—তোমা-লোকে এই দহোটি উপদেশ আখৰে আখৰে পালন কৰা। তেহে প্ৰকৃত ভক্তিৰ পাত্ৰ হব পাৰিবা, আৰু ভজন উপাসনা আদিৰ ভাগী হব পাৰিবা। অন্যথা ভজন আৰু উপাসনাৰ আস্বাদনৰপৰা বঞ্চিত হবা। ভোজনৰ আগতে স্নানৰ যেনে আৱশ্যক, ঠিক সেইদৰে ভক্তিৰস আস্বাদনৰ আগতে এই দশোপদেশ প্ৰতিপালন ৰূপ স্নানৰ নিতান্ত আৱশ্যক এয়ে মোৰ দিগ্‌দৰ্শন। ইতি

হৰিদাস—শ্ৰীভুবন
গুৱাহাটী।

# উপদেশ ৰত্নাৱলী

( দশোপদেশ )

মঙ্গলাচৰণ :—

ওঁ বিশ্বানি দেৱ সৱিতৰ্দুৰিতানি পৰাসুৱ ।
যদ্ভদ্ৰং তন্ন আসুৱ ॥ ( যজুৰ্ব্বেদ )

## গ্ৰন্থাৰম্ভ

১ । সকলোপ্ৰকাৰ মাদক দ্ৰব্য সমূলে ত্যাগ কৰিবা ।

২ । অভক্ষ্য ভক্ষণ নকৰিবা ।

৩ । অগম্যা গমন নকৰিবা ।

৪ । শুদ্ধ সদাচাৰী হবা ।

৫ । প্ৰাণান্তেও মিছা নকবা ।

৬ । সদ্‌গুৰু আৰু সৎ শাস্ত্ৰত শ্ৰদ্ধা ৰাখি চলিবা ।

৭ । নিজৰ সঙ্গীসকলত প্ৰাণাধিক প্ৰীতি কৰিবা আৰু সেই সকলক কদাপি বঢ়া বচন প্ৰয়োগ নকৰিবা ।

৮ । শাস্ত্ৰ-জ্ঞান-শূন্য মানুহৰ লগত তৰ্ক নকৰিবা ।

৯ । বাচি খাবা, জাগি শুবা ।

১০ । শ্ৰৱণ বাক্য প্ৰতিদিনে স্মৰণ কৰিবা আৰু প্ৰতিজ্ঞা নেৰিবা ।

প্ৰশ্ন :—এই উপদেশ কিয় দিয়া হয় ?

উত্তৰ :— (১) মাটি-পানী-স্নান আদিৰ আচৰণত দেহা শুদ্ধ হয়।

(২) সত্য আচৰণত মন শুদ্ধ হয়।

(৩) বৃথা তৰ্ক ত্যাগ কৰিলে আৰু অবাচ্য মাত নামাতিলে বাক্য শুদ্ধ হয়।

(৪) অখাদ্য ত্যাগ কৰিলে, অগম্যা গমন নকৰিলে আৰু সকলো প্ৰকাৰ সুৰাপান ত্যাগ কৰিলে চিত্ত শুদ্ধ হয়।

(৫) গুৰু-ভকতৰ শুশ্ৰূষা কৰিলে, সৎশাস্ত্ৰ চৰ্চ্চা কৰিলে, প্ৰতিজ্ঞা পালন আৰু শৰণ বাক্য স্মৰণ আদি কৰিলে আত্মা শুদ্ধ হয়।

মন্তব্য :—[ পাৰমাৰ্থিক সাধনাত কায়, মন, বাক্য, চিত্ত, আৰু আত্মা এই পাঁচটি শুদ্ধ নহলে সিদ্ধি নহয়। এতেকে গুৰুশৰণ হোৱাৰ পাচতে গুৰুৱে শিষ্যক এই দহোটি উপদেশ দি আচৰণ কৰাই শুদ্ধ কৰি লৈহে ভজন উপাসনা আদিৰ শিক্ষা দিব লাগে। ভক্তিকামী শিষ্যয়ো নিতান্ত কৰ্ত্তব্য বুলি বুজি অতি আগ্ৰহেৰে সাৱধানে আচৰণ কৰিব লাগে।]

—ঃঃঃ—

*প্ৰত্যেক উপদেশৰ ব্যাখ্যা—*

## প্ৰথম উপদেশ (১)

( সকলো প্ৰকাৰ মাদক দ্ৰব্য সমূলে বৰ্জ্জন কৰিবা। )

জগতত যত প্ৰকাৰ মাদক বস্তু বা সুৰা বুলি প্ৰসিদ্ধ আছে, সেই সকলোবিলাক সম্পূৰ্ণে ত্যাগ কৰিব লাগে। কাৰণ সকলো প্ৰকাৰ মাদক দ্ৰব্যয়েই শৰীৰ, মন, আৰু বাক্যৰ অস্থিৰতা জন্মায়। শৰীৰ মন আৰু বাক্য অস্থিৰ হলে কদাপি ভজন-উপাসনা আৰু ভক্তি সাধিত নহয়। শৰণ কালত কায়, মন, বাক্য এক কৰি স্থিৰ ভাৱে গুৰু আৰু হৰিৰ সেৱা কৰিবলৈ প্ৰতিজ্ঞা কৰাৰ কথা প্ৰত্যেক শৰণীয়া বৈষ্ণৱৰ নিশ্চয় মনত আছে। সেই মতেই গুৰু-হৰিৰ সেৱা কায়, মন, বাক্য স্থিৰ কৰি একান্তে নকৰিলে প্ৰতিজ্ঞা ভ্ৰষ্ট হয়, আৰু গুৰু-হৰিৰ সেৱাও সিদ্ধ নহয়।

তাৰ উপৰি শাস্ত্ৰয়ো সুৰাপায়ীক মহা পাতকী বুলিছে। শাস্ত্ৰৰ ফালে চালে দেখা যায়—মাতৃ গমন কৰা বা গুৰু পত্নী হৰণ কৰা, ব্ৰহ্মহত্যা কৰা, আদি মহা মহা পাতকৰ শাৰীতে সুৰা পানকো মহাপাতক বুলিছে। মনুৱে কৈছে :—

ব্ৰহ্মহত্যা সুৰাপানং স্তেয়ং গুৰ্ব্বঙ্গনাগমঃ।
মহান্তি পাতকান্যাহুঃ সংসৰ্গশ্চাপি তৈঃ সহ॥

অৰ্থাৎ—ব্ৰাহ্মণক (বেদজ্ঞলোকক) হত্যা কৰা, সুৰাপান কৰা, সুৱৰ্ণহৰণ কৰা, গুৰুপত্নী আদি গমন কৰা, আৰু এনে ধৰণৰ পাপীৰ লগত সংসৰ্গ কৰা, এই পাঁচ প্ৰকাৰকে পঞ্চ মহাপাতক বোলে।

গতিকে এইবিলাক পাতক আচৰিলে জ্ঞান, ভক্তি কদাপি সিদ্ধি নহয়। এই বিলাক সদায় ভক্তি-বিৰোধী কৰ্ম্ম বুলি জানি—শৰণীয়াসকলে নিৰ্দ্দয়ভাৱে পৰিত্যাগ কৰিব লাগে।

যেনেকৈ সুৰাৰ ভাণ্ডত গাখীৰ ভৰালে সিও অশুদ্ধ হয়, তাক জ্ঞানীসকলে ত্যাগ কৰে; সেইদৰে সুৰাপায়ীৰ দেহ মন আৰু বাক্য অশুচি হয় কাৰণে মহা অমৃতময় ভক্তি ৰসকো বৰ্জ্জিত কৰে। এতেকে মহাপাতক সুৰাপানক ভক্তি বিৰোধী বুলি জানি নিতান্ত ত্যাগ কৰিব লাগে, তাকে নকৰিলে নিপুণ গোৱালে সুৰাৰ পাত্ৰত গাখীৰ নভৰোৱাদি জ্ঞানী গুৰুৱে কদাপি সুৰাপায়ীক ভক্তিদান নকৰে। কৰিলেও নিষ্ফল হয়। সেই কাৰণে ভক্তিকামী শৰণীয়াসকলে সুৰাপান দূৰতে বৰ্জ্জন কৰিব।

# দ্বিতীয় উপদেশ (২)

## (অভক্ষ্য ভক্ষণ নকৰিবা)

অভক্ষ্য মানে ভক্তিৰ বিৰোধী খাদ্য শৰণীয়াসকলে কদাপি নাখাব। খালে ভক্তি নিসিজে, কাৰণ যি খাদ্যৰ দ্বাৰা কায়, মন, বাক্য অস্থিৰ হয়, কাম ক্ৰোধ লোভ, মোহ (অজ্ঞানতা) মদ মাৎসৰ্য্য (পৰশ্ৰীকাতৰতা) বৃদ্ধি হয়,

গুৰু হবি সেৱাত বিঘিনি ঘটে তেনে খাদ্য শৰণীয়সকলে ত্যাগ নকৰিলে ভক্তিৰ পাত্ৰ নহয়। ফলতঃ বিজ্ঞ গুৰুৱে ভজন উপাসনা আদিৰ শিক্ষা দান নকৰে বা কৰিলেও নিস্ফল হয। শাস্ত্ৰয়ো সৎলোকৰ প্ৰতি বহু প্ৰকাৰ অখাদ্য দৰ্শাই উপদেশ দিছে।

যেনে—পিযাজ, নহৰু, গাজৰ, বগাবেঙেনা, কাঠফুলা, গোমাংস, শূকৰৰ মাংস, গ্ৰাম্য কুকুটাদি পক্ষীৰ মাংস, সংস্কাৰ বা সংশোধন নকৰা অন্ন, পাপী আৰু অবৈষ্ণৱৰ অন্ন, ৰজস্বলা আৰু সূতিকাৰ সিদ্ধ বা নিৰ্ম্মিত অন্ন, গেলা, পচা, বাহি, অতি জলা, অতি টেঙা, অতিক্ষাৰ, অতিগৰম, আন দেৱতাৰ প্ৰসাদ শৰণীযাসকলে কদাপি গ্ৰহণ ভক্ষণ আদি নকৰিব। ইয়াৰ বাহিৰেও শাস্ত্ৰত বহু প্ৰকাৰ অখাদ্য নিৰূপণ কৰিছে যেনে—উচ্ছিষ্ট, পাপীৰদ্বাৰা দৃষ্ট, স্পৃষ্ট, ইত্যাদি। বাহুল্য ভয়ত দিয়া নহল।

মুঠতে যি খাদ্যৰ দ্বাৰা কায় মন বাক্যত অস্থিৰতা জন্মে তেনে কোনো খাদ্যকেই শৰণীয়া লোকে নাখাব। ভক্তিৰ বিৰোধী সকলো প্ৰকাৰ খাদ্যয়েই বৈষ্ণৱৰ পক্ষে ত্যাজ্য।

এই সম্বন্ধে শাস্ত্ৰৰ চমু প্ৰমাণ তলত দিয়া হল। মনুৱে কৈছে :—

ছত্ৰাকং বিড়্বৰাহঞ্চ লশুনং গ্ৰাম্য কুক্কুটম্।
পলাণ্ডুং গৃঞ্জনঞ্চৈব মত্যা জগ্ধ্বা পতেৎ দ্বিজঃ॥

অৰ্থাৎ— কাঠফুলা (ভেকুলি ছাতি), গাহৰী, নহৰু,

কুকুৰা, পিয়াজ, গাজৰ আদি জানি শুনিও খালে শৰণীয়া সকল পতিত হয় অৰ্থাৎ ভক্তিমাৰ্গৰপৰা ভ্ৰষ্ট হয়।

খাদ্য সম্বন্ধে শাস্ত্ৰত বহুল ভাৱে নিৰূপণ কৰি থৈছে, বাহুল্য ভয়ত নুতুলিলোঁ। দৰ্কাৰ বুজি পিচত পৃথক গ্ৰন্থ প্ৰণয়ণ কৰা হব। এতিয়া মাত্ৰ প্ৰধান ভাৱে লাগতিয়াল কেইটা মান কথাৰ উপদেশ উদ্ধৃত কৰি দিয়া হল।

বৈষ্ণৱে মাংস আৰু মাছ বৰ্জ্জন কৰা উচিত। কাৰণ কৰ্ম্মকাণ্ডী যাজ্ঞিক সকলেহে বৈধ মাংস খোৱাৰ ব্যৱস্থা গ্ৰহণ কৰিব পাৰে। সেই দৰে তান্ত্ৰিক সাধক সকলে পঞ্চমকাৰ সাধনাদিত মৎস্য ব্যৱহাৰৰ ব্যৱস্থা গ্ৰহণ কৰিলে দোষ নহব পাৰে। সেইসকলৰ কাৰণেহে শাস্ত্ৰত মাছ মাংসৰ ব্যৱস্থা কৰিছে। সেই সকল প্ৰবৃত্তিমাৰ্গী আগমপন্থী।

কিন্তু নিবৃত্তিমাৰ্গী নিগমপন্থী বৈদিক শৰণীয়া ভক্তিকামী লোকৰ পক্ষে সেই বিলাক ব্যৱহাৰ শোভনীয় নহয়। দেখা দেখি হিংসা তথা নিৰ্দ্দয়তা য'ত আছে তাক সাধুৱে বা সাধুপন্থী লোকে সমৰ্থন কৰিব নোৱাৰে। এই সম্বন্ধে শাস্ত্ৰীয় মত দুই এটি উদ্ধৃত কৰিলো। যথা মনুৱে এই সম্বন্ধে কৈছে :—

নাকৃত্বা প্ৰাণিনাং হিংসাং মাংসমুৎপদ্যতে ক্বচিৎ।
ন চ প্ৰাণিধ্বঃ স্বৰ্গ্যঃ তস্মাৎ মাংসং বিবৰ্জ্জয়েৎ ॥

অৰ্থাৎ—মহাপ্ৰাণজীৱ হিংসা নকৰিলে মাংস উৎপত্তি নহয়, আন হাতে আততায়ী ভিন্ন অন্য প্ৰাণীৰ হিংসাত] স্বৰ্গাদি

সুখো সাধিত নহয়। এতেকে মহাপ্ৰাণীৰ হিংসা বিশিষ্ট মাংস বৈষ্ণৱে নিশ্চয় ত্যাগ কৰা উচিত।

এই বিষয়ে মনুৱে আৰু কয়ঃ—

অনুমন্তা বিশসিতা নিহন্তা ক্ৰয় বিক্ৰয়ী।
সংস্কৰ্ত্তা চোপহৰ্ত্তা চ খাদকশ্চেতি ঘাতকাঃ॥

অৰ্থাৎ— অনুমতি দাতা, বাচিকুটি দিয়াজন, হত্যাকৰা জন, কিনি অনাজন, বেচাজন, পাক কৰাজন, বিলাই দিয়া জন, আৰু খোৱাজন, এই আঠজনেই বধ ভাগী হয়।

গতিকে বৈষ্ণৱে ৰজো গুণী বা তমো গুণী খাদ্য মাংস সম্পূৰ্ণৰূপে ত্যাগ কৰি সাত্বিক আহাৰ ভোজন কৰাহে উচিত। সেই দৰে মৎস্য ভোজন সম্বন্ধে মনুৱে কয়—

যো যস্য মাংসমশ্নাতি স তন্মাসাদ উচ্যতে।
মৎস্যাদঃ সৰ্ব্বমাংসাদঃ তস্মাৎমৎস্যান্ বিবৰ্জ্জয়েৎ॥

অৰ্থাৎ—যি যাৰ মাংস খায়, তাক সেই মাংস খাদক বোলে, যেনে— গো-খাদক, কুকুৰ-খাদক, ইত্যাদি। কিন্তু যি মাছ খায় তাক সকলো মাংস খোৱা বুলি ধৰিব লাগে। সকলো মাংসৰ ভিতৰত যেতিয়া গোমাংসও আছে, তেন্তে মাছ খোৱাত গোমাংস খোৱাও হৈছে বুলি ধৰিব পাৰি।

ঋষি মেধাতিথিয়ে এই শ্লোকৰ ভাষ্যত লিখিছে,— যস্তু মৎস্যাদঃ স সৰ্ব্বমাংসাশী ভবতি। গোমাংসাদ ইত্যপি ব্যপদেষ্টুং যুক্তঃ। অতো নিন্দাতিশয়াৎ মৎস্যান্ বিবৰ্জ্জয়েৎ॥

অৰ্থাৎ যি মাছ খায়, তেওঁৰ সকলো মাংস খোৱা হয়। গোমাংসও খাইছে বুলি কব পাৰি, এতেকে মাছ খোৱাটো অতিশয় নিন্দনীয় কাৰণে সমূলে বৰ্জ্জন কৰিব লাগে।

যিবিলাক মাছৰ ব্যৱস্থা আছে—সেইবিলাক কেৱল মাত্ৰ কৰ্ম্মকাণ্ডীয়ে হব্য কব্যত ব্যৱহাৰ কৰিব পাৰে বুলিহে লিখিছে। (নিযুক্তৌ হব্য কব্যয়োঃ) অৰ্থাৎ—হব্য কব্যতহে সেইবিলাক ব্যৱহাৰ কৰিব, গতিকে শৰণীয়াৰ কাৰণে—মৎস্যানেব চ সৰ্ব্বশঃ, অৰ্থাৎ—সকলো প্ৰকাৰ মাছ বৰ্জ্জন কৰিব লাগে। এয়ে বৈষ্ণৱৰ পক্ষে মনুৰ মত।

এতেকে একান্ত ভক্তিকামী শৰণীয়া বৈদিক বৈষ্ণৱজনে মাছো ত্যাগ কৰা বিধেয়।

সেইদৰে হৰি শৰণীযা লোকে আন দেৱ-দেৱীৰ পূজা-প্ৰসাদাদি গ্ৰহণ ভক্ষণ কৰা নিষেধ। কৰিলে ভক্তিৰ ব্যভিচাৰ হয়, দেহ মন বুদ্ধি অস্থিৰ হয়, কদাপি ইষ্টদেৱতাৰ অনুভূতি নহয়।

শ্ৰীমন্তশঙ্কৰদেৱে কৈছে:—

আন দেৱী দেৱ নকৰিবা সেৱ
গৃহো নপশিবা তাৰ।
মূৰ্ত্তিকো নচাইবা প্ৰসাদো নখাইবা
ভক্তি হৈবে ব্যভিচাৰ॥ (২য়ঃ স্কন্ধ)

তেনেকৈয়ে—সূতিকাৰ অন্ন, ৰজস্বলাৰ অন্ন, পাপী আৰু অবৈষ্ণৱাদিৰ অন্ন, ৰোগীৰ অন্ন, অৱজ্ঞা ভাৱে দিয়া গুৰুৰ অন্ন, কাউৰী কুকুৰ আদিয়ে স্পৰ্শকৰা অন্ন ইত্যাদি কোনো

অপৱিত্ৰ অন্নকেই বৈষ্ণৱে গ্ৰহণ নকৰিব। কৰিলে দেহ মন বুদ্ধি একেবাৰেই অপৱিত্ৰ অস্থিৰ আৰু মলিন হয়। ফলতঃ নিৰ্ম্মল ভক্তিৰ উদয় হোৱাৰ অসম্ভৱ হৈ উঠে।

পদ্ম পুৰাণত কৈছে :—

যো যস্যান্নং সমশ্নাতি
স তস্যাশ্নাতি কিল্বিষম্।
দুষ্কৃতং হি মনুষ্যস্য
সৰ্ব্বমন্নে ব্যৱস্থিতম্॥

অৰ্থাৎ— মনুষ্যৰ যত প্ৰকাৰ দুষ্কৃতি থাকে সেই সকলোবোৰ তেওঁৰ নিৰ্ম্মিত অন্নত সংক্ৰমণ হয়, এতেকে যি যাৰ অন্ন ভক্ষণ কৰে তেওঁ সেই জনৰ দোষ পাপ ৰোগ আদিৰ ভাগী হয়।

এই বিষয়ে চকুৰ আগতে অলেখ প্ৰমাণ পোৱা যায়। গুৰুৱে দিলেই যে অন্ন খাব পায় এনে নহয়।

পদ্ম-পুৰাণত কৈছে :—

অৱজ্ঞাতং চাৱধুতং সৰোষং বিস্ময়াম্বিতম্।
গুৰোৰপি ন ভোক্তব্যং অন্নং সংস্কাৰ বৰ্জ্জিতম্॥

অৰ্থাৎ— অৱজ্ঞাভাৱে, ক্ৰোধভাৱে, বিস্ময়ভাৱে কিম্বা নোধোৱা নপখলা কৰি দিয়া বা সংস্কাৰ নকৰা কৰি দিয়া গুৰুৰ অন্নও বৈষ্ণৱে ভক্ষণ নকৰিব।

ৰজস্বলা, সূতিকা, ম্লেচ্ছাদিৰ অন্ন বিষয়ে সাধাৰণ জ্ঞানেৰেও বুজিব পৰা কাৰণে শাস্ত্ৰৰ প্ৰমাণবিলাক তুলি প্ৰবন্ধৰ কলেৱৰ বঢ়োৱা নহল, ।

গীতাত কৈছে :—

কট্বম্ললৱণাত্যুষ্ণতীক্ষ্ণৰুক্ষবিদাহিনঃ ।
আহাৰা ৰাজসস্যেষ্টাঃ দুঃখশোকাময়প্ৰদাঃ ॥
যাতযামং গতৰসং পূতং পৰ্য্যুষিতঞ্চ যৎ ।
উচ্ছিষ্টমপি চামেধ্যং ভোজনং তামসপ্ৰিয়ম্ ॥

অৰ্থাৎ—অতিশয় তিতা, টেঙা, লুনিয়া, জ্বলা, খাৰ, গৰম আৰু দাহযুক্ত সৰিয়হ আদি আহাৰ ৰাজসিক, আৰু পাককৰা তিনিঘণ্টা বা তাতকৰি বেচি সময় হোৱা ( পইতা, কৰ্কৰা আদি ) স্বাভাবিক ৰসৰ বিকৃতি প্ৰাপ্তি হোৱা, গেলা, বাহি, উচ্ছিষ্ট, আৰু অপবিত্ৰ অন্ন তামসিক । এই প্ৰকাৰ ৰাজসিক, তামসিক আহাৰ ভক্ষণ কৰিলে দুঃখ, শোক, ৰোগ আদি জন্মে; এতেকে জ্ঞান, ভক্তি আদি সৎচিন্তাৰ বিৰোধী বুলি জানি বৈষ্ণৱে ত্যাগ কৰিব লাগে ।

ভক্তি পন্থত জাতিৰ বিচাৰ নাই নীতি-নিয়মৰ হে বিচাৰ আছে । বৈষ্ণৱে নীতি বৰ্জ্জিত হলে পুত্ৰই পিতাকৰ ঘৰত নাখায় । আন হাতে নীতি যুক্ত হলে, কৈৱৰ্ত্ত বনীয়া নগা আদিৰ লগতো খাব পাৰে ।

গুৰু জনৰ দিনত এনেদৰে চলা প্ৰমাণ পোৱা যায় :—

পিতৃৰ গৃহত পুত্ৰে নকৰে ভোজন।
বোলে নতু লস তই হৰিত শৰণ॥

আকৌ দেখা যায়ঃ—

কৈৱৰ্ত্ত কলিতা কোচ ব্ৰাহ্মণ সমস্ত।
একেলগে খাই দুধ কল চিৰা যত॥
অন্ন ৰান্ধি জগন্নাথ প্ৰসাদ কৰয়।
ইগাৰে সিগাৰে তাক দিয়া ফুৰাৱয়॥

এই বিলাক প্ৰমাণৰ উপৰিও চান্দসাই নামৰ মুছলমান এজন শঙ্কৰ দেৱৰ শিষ্য আছিল। তেওঁ যৱনৰ নীতি ত্যাগ কৰি সম্পূৰ্ণ বৈষ্ণৱী নীতি আচৰি শুদ্ধ হোৱাত শঙ্কৰদেৱৰ সাক্ষাতে সমাজত এদিন বিলনীয়াৰ বাব দিয়াত তেওঁ প্ৰসাদ বিলোৱাৰ সময়ত এটি গীত গাইছিল!

বাঁহৰে আগতে বেলি চিকিমিকাই,
ছিলনী কিয়ে খাই জীয়ে। ইত্যাদি

এইবিলাক প্ৰমাণ, আদৰ্শ আৰু আচৰণৰ দ্বাৰা বুজিব লাগিব যে বৈষ্ণৱ সমাজত অন্নযোনিৰ বিচাৰ ৰাখি চলিলেহে ভক্তি সিজিব, অন্যথা কদাপি ভক্তি লাভ নহব।



# তৃতীয় উপদেশ (৩)

( অগম্যা গমন নকৰিবা। )

অৰ্থাৎ—যলৈ গলে কায়, মন, বাক্য, অস্থিৰ অপৱিত্ৰ কিম্বা দোষ যুক্তহয় তেনে স্থানলৈ শৰণীয়া লোকে গমন কৰা উচিত নহয়। কৰিলে ভক্তিৰ ভাগী হব নোৱাৰে।

সেই বিষয়ে চমু আভাস তলত দিয়া হৈছেঃ—

যেনে— মাতৃস্থানীয় স্ত্ৰীৰ ওচৰলৈ কামভাৱে গমন কৰিব নাপায়! সেই দৰে ৰজস্বলা স্ত্ৰী, পৰস্ত্ৰী, প্ৰসূতি, ম্লেচ্ছজাতীয় স্ত্ৰী, ভগিনী বা তৎস্থানীয় স্ত্ৰী, ব্ৰহ্মচাৰিণী, বেশ্যা, বৃদ্ধা আদি যত প্ৰকাৰ স্ত্ৰীক শাস্ত্ৰই নিষেধ কৰিছে, সেই বিলাক স্ত্ৰীৰ ওচৰলৈ কোনো বৈষ্ণৱেই কেতিয়াও কাম ভাৱে ওচৰ নাচাপিব। যদি ইয়াৰ বিপৰীতে চলে তেন্তে তেওঁৰ কদাপি ভক্তি সিজাৰ সম্ভাৱনা নাই।

সেইদৰে শৰণীয়া লোকে আন দেৱৰ মন্দিৰলৈ বা মূৰ্ত্তি দৰ্শন কৰিবলৈ নাযাব। গলে ভক্তিৰ ব্যাভিচাৰ হব। তথা— যত ভক্তিৰ বিৰোধী কথাৰ আলোচনা হয়; যত ভক্তি বিৰোধী কৰ্ম্ম সম্পাদন হয়! ( যেনে—কচাই খানা, মদ্যাদিৰ দোকান ইত্যাদি ) তেনে স্থানলৈ গমন নকৰিব। তেনে ঠাইলৈ গমন কৰিলে শৰীৰ মন বাক্য অত্যন্ত অশুচি আৰু অস্থিৰ হয়। এতেকে সেইবোৰ ত্যাগ কৰিব।

অগম্যা গমনক শাস্ত্ৰই মহাপাতকৰ লেখত ধৰিছে।

মনুৱে কৈছে :—

ব্ৰহ্মহত্যা সুৰাপানং স্তেয়ং গুৰ্ব্বাঙ্গনাগমঃ। ইত্যাদি তাৰ উপৰিও শ্ৰীমন্ত শঙ্কৰদেৱে কৈছে :—

ব্ৰহ্মবধ পিতৃ বধ সুৰা পান
অগম্যা গমন কৰে।
গৰু তিৰি মাৰে সুৱৰ্ণক হৰে
মিত্ৰৰ দ্ৰোহ আচৰে ॥ —কীৰ্ত্তন

সেইদৰে আন দেৱ দেৱীৰ মূৰ্ত্তি দৰ্শন কৰিবলৈ যোৱা বা মন্দিৰলৈ যোৱা নিষেধ কৰি পদ্মপুৰাণত লিখিছে :—

নান্যং দেৱং নিৰীক্ষেত নান্যং দেৱঞ্চ পূজয়েৎ।
ন চান্যং প্ৰণমেৎ বিপ্ৰো নান্যদায়তনং বিশেৎ ॥
অৰ্চ্চয়িত্বা তু গোবিন্দম্ ইতৰানৰ্চ্চয়েৎ পৃথক্।
অবৈষ্ণৱত্বং তস্যাপীতৰ ভক্ত্যা ভবেৎ ধ্ৰুৱম্ ॥

অৰ্থাৎ—ভক্তিসাধন কৰা লোকে কদাপি অন্য দেৱতাৰ মূৰ্ত্তি দৰ্শন, অন্য দেৱতা পূজন, অন্য দেৱতাক প্ৰণাম, আৰু অন্য দেৱতাৰ মন্দিৰলৈ গমন কৰিব নাপায়। কৰিলে বৈষ্ণৱত্বৰ পৰা পতিত হৈ পাষণ্ড হয়। কাৰণ :—

মোহাৎ যঃ পূজয়েদন্যং স পাষণ্ডী ভবিষ্যতি ॥ অৰ্থাৎ—মোহ বা অজ্ঞানতা বশতঃ অন্য দেৱ পূজা কৰিলে সেইজন বৈষ্ণৱ নিশ্চয় পাষণ্ডী হয়।

ইত্যাদি কাৰণে কোনো শৰণীয়া বৈষ্ণৱেই শাস্ত্র নিষিদ্ধ ভক্তি বিৰোধী স্থানলৈ কদাপি গমন নকৰিব। কৰিলে ভক্তিৰ কামনা ফলৱতী নহব।

## চতুর্থ উপদেশ (৪)

( শুদ্ধ সদাচাৰী হবা )

অর্থাৎ শাস্ত্রই যি দৰে সদাচাৰ নিৰূপণ কৰি দিছে, ঠিক সেইদৰে সেইবিলাক শুদ্ধ ভাৱে পালন কৰি চলিব লাগে। তেহে কায় মন বাক্য পৱিত্র থাকে, ফলতঃ শুদ্ধা ভক্তিৰ পাত্র হয়।

সদাচাৰ বুলিলে পুৱা শুই উঠাৰ পৰা ৰাতি শয়ন কৰালৈকে যি ৰূপে ভক্তিৰ অনুকূল কৰ্ম্ম আচৰা হয়, তাকে বুজায়। যেনে :— প্রভাত প্রার্থনা, দন্ত কাষ্ঠাদি গ্রহণ, শৌচাচাৰ, স্নান, ভোজন, সন্ধ্যা ভোজনান্তে শয়ন, ইত্যাদি।

এই বিলাক কৰ্ম্ম শাস্ত্রানুৰূপে যথা নিয়মে পালন কৰিলে কায় মন বাক্য পৱিত্র হয়। ফলতঃ ভক্তিৰ পাত্র হব পাৰি।

এই বিষয়ে শাস্ত্রই কয় :—

প্রভাত সময়তে সজাগ হৈ বিচনাতে বহি প্রার্থনা কৰিব।

যথা :—

(১) লোকেশ চৈতন্যময়াধিদেৱ শ্ৰীকান্ত বিষ্ণো ভৱদাজ্ঞয়ৈৱ।
প্ৰাতঃ সমুত্থায় তৱ প্ৰিয়াৰ্থং সংসাৰযাত্ৰামনুবৰ্ত্তয়িষ্যে ॥

(২) জানামি ধৰ্ম্মং নচমে প্ৰবৃত্তিঃ জানাম্যধৰ্ম্মং নচ মে নিবৃত্তিঃ।
তয়া হৃষীকেশ হৃদিস্থিতেন যথানিযুক্তোঽস্মি তথা কৰোমি॥

অৰ্থাৎ :—

ত্ৰৈলোক্য ঈশ্বৰ হৰি চৈতন্য স্বৰূপ কৃষ্ণ
লক্ষ্মীকান্ত বিষ্ণু মোৰ স্বামী।
তোমাক বান্ধৱ জানি তযু আজ্ঞা শিৰে মানি
তোমাৰ প্ৰীতিৰ অৰ্থে আমি ॥
প্ৰভাতে উঠিয়া প্ৰভু সাংসাৰিক কৰ্ম্ম যত
অনুবৰ্ত্তী থাকিবো যতনে।
কৃপা কৰি দীনবন্ধু কৰ্ম্মৰ যতেক দোষ
ক্ষমিবাহা নিজ কৃপাগুণে ॥ (১)
ধৰ্ম্মক জানোহো মই তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মতো নিবৃত্তি নোহয়।
হৃদিস্থিত হুয়া তুমি যেন কৰাবাহা স্বামী
হৃষীকেশ কৰিবো তেনয় ॥ (২)

উক্ত প্ৰকাৰে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰি উঠি যাব। তাৰ পাচত ঘৰৰপৰা দক্ষিণ ফালে বা দক্ষিণ পশ্চিম ফালে (নৈঋত কোণত) যিমানদূৰ সম্ভৱ আঁতৰ হৈ গৈ মল-মূত্ৰাদি ত্যাগ কৰিব। যদি মলত্যাগৰ অভ্যাস পুৱাতে

নাথাকে, তেন্তে মূত্ৰ ত্যাগকে কৰি নীতিমতে জলাদি ব্যৱহাৰ কৰিব। এই বিষয়ে শাস্ত্ৰই বৈষ্ণৱক প্ৰতি উপদেশ দিছে :—

শুষ্কৈস্তৃণৈৰ্ব্বা কাষ্ঠৈৰ্ব্বা পত্ৰৈ ৰ্বেণুদলেন বা।
মৃণ্ময়ৈৰ্ভাজনৈৰ্ব্বাপি তিৰোধায় বসুন্ধৰাম্ ॥

অৰ্থাৎ— শুকান তৃণ, কাঠ, শুকান পাত, বাঁহপাত, কিম্বা কোনো এটা মাটিৰ পাত্ৰৰ দ্বাৰা ঠাইডোখৰ ঢাকি তাৰ ওপৰত মূত্ৰাদি ত্যাগ কৰিব লাগে।

কিন্তু সেইবিলাক আচৰোতে দিক্ নিয়ম এইদৰে আচৰিব লাগে :—

প্ৰত্যঙ্ মুখস্তু পূৰ্ব্বাহ্ণে অপৰাহ্ণে চ প্ৰাঙ্ মুখঃ।
উদঙ্ মুখস্তু মধ্যাহ্ণে নিশায়াং দক্ষিণামুখঃ ॥

অৰ্থাৎ— পুৱাবেলা পশ্চিম ফালে, পিচবেলা পূব ফালে, দুপৰীয়া উত্তৰফালে আৰু ৰাতি দক্ষিণফালে মুখ কৰি শৌচ প্ৰস্ৰাব কৰ্ম্ম আচৰিব লাগে।

কিন্তু তলত দিয়া স্থলত দিক্ নিয়ম নাই। যথা :—

ছাঁয়ায়ামন্ধকাৰে বা ৰাত্ৰাবহনি বা দ্বিজঃ।
যথাসুখং মুখং কুৰ্য্যাৎ, প্ৰাণবাধভয়েষু চ ॥

অৰ্থাৎ— দিনতেই হওক কিম্বা ৰাত্ৰিতেই হওক যদি ছাঁয়া অথবা অন্ধকাৰ স্থান হয়, তেন্তে তেনে স্থলত যেতিয়াই তেতিয়াই যেনি তেনি মুখ কৰি শৌচাদি আচৰিলে দোষ নহয়।

তাৰ উপৰি ৰতাহৰ অভিমুখে, দেৱালয় বা নামঘৰ আদিৰ অভিমুখে, কিম্বা মানুহ, গৰু, নদী, পুখুৰী বা কোনো ফলবান শস্যক্ষেত্ৰৰ সমুখত শৌচ প্ৰস্ৰাৱ কৰা নিষেধ।

শৌচাদি কৰোতে এনেদৰে থাকিব লাগে :—

বাচং নিয়ম্য যত্নেন ষ্ঠীৱন্ উচ্ছ্বাসবৰ্জ্জিতঃ।
কুৰ্য্যাৎ মূত্ৰপুৰীষে তু শুচৌ দেশে সমাহিতঃ॥

অৰ্থাৎ— মলমূত্ৰ ত্যাগ কৰোতে কথা কোৱা বা ঘনাই উশাহ টানি থকা বা শেঁট্ শাঁট্ খক্ থাক্ কৰি থকা নিষেধ। এতেকে তেনে কৰিব নাপায়।

তলপোন্ধ খুলি বহি সাৱধানে এইবিলাক কৰ্ম্ম কৰিবলৈ যত্ন কৰিব লাগে। শৌচ প্ৰস্ৰাৱ কৰোতে যিমানদূৰ পৰা যায় আঁৰ বেৰ দি ভদ্ৰতা ৰক্ষা কৰি আচৰিব লাগে। এনে কৰিলে স্বাস্থ্য ৰক্ষাত সহায় কৰে, কায়মন নিৰ্ম্মল থাকে, ফলত ভক্তিৰ পাত্ৰ হয়, আৰু সাধনাত সহায় কৰে।

মূত্ৰ বা শৌচ কৰিলে তলত দিয়া নিয়মে মাটি পানী লব লাগে।

মূত্ৰ ত্যাগ কৰি :—

মূত্ৰৰ দ্বাৰত এবাৰ মাটি ঘঁহি ধুব; পাচত বাওঁ হাতত তিনিবাৰ মাটি ঘঁহি ধুই মুখ ভৰি আদি পখালি বিষ্ণু স্মৰণ কৰি শুদ্ধ হব।

মল ত্যাগ কৰি:—

প্ৰথমতে শৌচৰ দ্বাৰত তিনিদাল কাঠিৰে বা কুটাৰে চুঁচি মল গুচাই লব লাগে, তাৰ পাচত তলত দিয়া নিয়মে মাটি ঘঁহি পানীৰে ধুব ।

একালিঙ্গে গুদে তিস্ৰঃ তথা ৱামকৰে দশ ।
উভয়োঃ সপ্ত দাতব্যা মৃদা শুদ্ধিমভীপ্সতা ॥
তিস্ৰস্তু মৃত্তিকা দেয়া কৃত্বা তু নখশোধনম্ ।
তিস্ৰস্তু পাদয়োৰ্দ্দেয়াঃ শুদ্ধিকামেন নিত্যশঃ ॥

অৰ্থাৎ— লিঙ্গ বা যোনিত এবাৰ, শৌচৰ দ্বাৰত তিনিবাৰ, বাওঁহাতত দহবাৰ (তাৰ ভিতৰত ৬ বাৰ পিঠিত আৰু চাৰিবাৰ তলুৱাত), দুইহাতে সাত বাৰ, কিন্তু সাতৰ ভিতৰতে নখ শোধন কৰাৰ আগতে ৪ বাৰ আৰু পাচত ৩ বাৰ, প্ৰত্যেক ভৰিৰ তলুৱাত তিনি তিনি বাৰ মাটি ঘঁহি ধুই শুদ্ধ পানীৰে দুবেলি মুখ পখালি বিষ্ণুক স্মৰণ কৰি শুদ্ধ হব লাগে ।

শাস্ত্ৰই কয় :—

দ্বিৰাচম্য ততঃ শুদ্ধঃ স্মৃত্বা বিষ্ণুং সনাতনম্ ।

(অৰ্থাৎ—মাটি পানী লোৱাৰ পাচত দুচলু পানীৰে মুখ ধুই সনাতন বিষ্ণুক স্মৰণ কৰি শুদ্ধ হব ।)

ওপৰত কৈ অহা নিয়মে মাটি ঘঁহোতে বাওঁ হাতৰ মাজৰ আঙ্গুলী কেইটাত ভালদৰে মাটি লগাই লব লাগে । এই বিলাক নিয়ম সুস্থ আৰু সুবিধা থকা ঠাইৰ কাৰণে

হে বিধান কৰা হৈছে কিন্তু য'ত অসুবিধা বা যাৰ সুস্থতা নাই তেনেস্থলত যথা শক্তি আচৰণ কৰিলেও দোষ নহয়।

যি ঠাইত প্ৰাণ সংশয় কিম্বা ভীষণ অসুবিধা অথবা পথত যাওঁতে শৌচাদি আচৰিব লগা হলে, নতুবা আন কোনো লোকৰ ভীষণ বিপদৰ ধ্বনি শুনিবলৈ পালে, অথবা ৰোগ বশতঃ দুই বাৰত কৰি অধিক শৌচ কৰিব লগা হলে; যথা শক্তি শুদ্ধ সদাচাৰ পালন কৰি চলিব লাগে। নগৰৰ ভিতৰত পক্কা পাইখানাত বেৰাৰ ভিতৰত দিকৰ নিয়ম নাই।

ৰাতি শৌচ কৰোতে দিনৰ আধানিয়মে মাটি পানী আদিৰ নিয়ম পালিব লাগে।

শৌচাচাৰ কৰাৰ পাচত দন্তধাৱন কৰিব লাগে। যদি প্ৰাতসতে শৌচাদি কৰা নিয়ম বা অভ্যাস নাথাকে, তেন্তে শুই উঠিয়েই মূত্ৰত্যাগ কৰাৰ পাচতে দঁাতোন কৰিব। দাঁত ধুবলৈ দাঁতোন বা দন্ত কাষ্ঠ সংগ্ৰহ কৰিব লাগে। বিশেষকৈ :— কুম-লীয়া বাঁহৰ লেছেকীন, পানী ডিমৰু লতা, মহানিমৰ ঠাৰি, বকুলৰ ঠাৰি, বঙালী এৰাৰ ঠাৰি, তেঁতেলীৰ ঠাৰি, গাখীৰৰ দৰে আঠা ওলোৱা যি কোনো গছৰ ঠাৰি, কাইট লগা গছৰ ঠাৰি, শৰাগছৰ ঠাৰি, আদিৰে দাঁত ধুব লাগে। দাঁতকাঠি-ডাল কনিষ্ঠাঙ্গুলীৰ সমান শকত আৰু এবেগেত দীঘল হ'ব লাগে। তাৰ অলপ কম বেচি হলেও হানি নাই। সেই পৰিমান কাঠিডাল চাফা কৰি লৈ যি কোনো এটা আগত একাঙ্গুল মান কামুৰি ব্ৰুকজৰ দৰে কৰিলৈ দাঁত ঘঁহি ঘঁহি ধুব লাগে। দাঁত ঘঁহা

হলে সেই দাঁতোন ডালকে কামুৰি বা আন উপায়েৰে দুফাল কৰি তাৰে এফাল ধনুৰদৰে বেকা কৰি ধৰি জিভাখন চুঁচি চফা কৰিলৈ বাৰ চলু মান পানীৰে মুখ পখালি শুদ্ধ কৰিব লাগে।

কিন্তু, চতুৰ্দ্দশী, অমাৱস্যা, পূৰ্ণিমা, অষ্টমী, এই কেইটা তিথিত দাঁতোন কৰা নিষেধ। এতেকে সেই সেই তিথিত মাত্ৰ—অপাং দ্বাদশগণ্ডুষৈঃ মুখশুদ্ধিৰ্ব্বিধিয়তে, অৰ্থাৎ—বাৰ-চলু পানীৰে মুখ ধুলেই শুদ্ধ হ'ব।

ইয়াৰ পাচত নিজৰ গৃহকৰ্ম্মৰ সুবিধা অনুযায়ী স্নান কৰিব লাগে। প্ৰাতসতে স্নান কৰা হলে তৈল মৰ্দ্দন নিষেধ। মধ্যাহ্নত স্নান কৰিলে তৈলযুক্ত স্নান কৰিব পাৰে। তৈল মৰ্দ্দনটো নিজৰ অভিৰুচি আৰু অৱস্থা অনুযায়ী কৰিব পাৰে। তাত কোনো দোষ নহয়। স্নান কৰোতে শিখা থাকিলে মুক্ত কৰিলৈ, বাওঁভৰি প্ৰথমে ধুই সোঁ ভৰি ধুই লৈহে মূৰত ঠাণ্ডাপানী ঢালি স্নান কৰিব লাগে। মূৰত পানী ঢালোতে "নমোনাৰায়ণায়" বুলি প্ৰথমে তিনিবাৰ পানী ঢালিব, পাচত সৰ্ব্বগাত্ৰত পানী ঢালি বা ডুব দি গা ধুব। গা ধোওঁতে গাত ৰঙামাটি বা চাবোন ঘঁহি গা ধোৱা ভাল। গা ধুই শেষ হলে নিকা কাপোৰ পিন্ধি শৰণীয়া সকলে—গুৰু আৰু হৰি শৰণৰ বাক্য দুটি স্মৰণ কৰিব। তাৰ পাচত নিজৰ ৰুচি অনুযায়ী জলযোগ বা অন্নাদি গ্ৰহণ কৰিব পাৰে। কোনো অন্নাদি গ্ৰহণ কৰি বাৰচলু পানীৰে ভাল কৰি মুখ ধুই শুদ্ধ হব।

যদি মুখত পানীলোৱা সত্ত্বেও দাঁতৰ মাজত কোনো প্ৰকাৰ অন্নাদি সোমাই থাকে, তেতিয়া উলু আদি কোমল তৃণখণ্ডেৰে (খৰিকাৰে) খুঁছি উলিয়াব লাগে। কিন্তু সাৱধান যাতে দাঁতৰ মাজৰ কোনো বস্তু উলিয়াবলৈ যত্ন কৰি খোঁছোতে তেজ নোলায়। তেজ ওলালে দ্বিগুণ অশুদ্ধ হয়। শাস্ত্ৰই কয় :—

ন তত্ৰ বহুশঃ কুৰ্য্যাৎ যত্নমুদ্ধৰণে পুনঃ।
ভবেদশৌচমত্যন্তং তৃণবেধাৎ ব্ৰণে কৃতে॥

অৰ্থাৎ—দাঁতৰ মাজত সোমাই থকা বস্তু উলিয়াবলৈ বহু যত্ন কৰিব নাপায়। কাৰণ তৃণেৰে খোঁছোতে ঘা লাগিলে অত্যন্ত অশুদ্ধ হয়। এতেকে দাঁতত টান কৰি লাগি থকা বস্তুক দাঁতৰ দৰে বুলিয়েই ধৰি লব।

শাস্ত্ৰই কয় :—

দন্তবৎ দন্তলগ্নানি যচ্চাপ্যন্তৰ্মুখে ভবেৎ॥

অৰ্থাৎ—যি কোনো বস্তু মুখৰ ভিতৰত কিম্বা দাঁতৰ মাজত টান বা একেবাৰ নোৱাৰা কৰি যদি লাগিধৰে তাক দাঁতৰ লগৰে বুলি ধৰিব লব লাগে। তাত অশুচিতা নাথাকে।

উক্ত প্ৰকাৰে মুখ পখালি ৰুচি অনুযায়ী তামোল বা মছলা আদি গ্ৰহণ কৰিব লাগে। তামোল মছলা খাই মুখ ধোৱাৰ নিয়ম নাই। সিও মুখ শুদ্ধিৰ হে এটা উপাদান মাত্ৰ। তামোল মছলা নাখালেও কোনো দোষ নাই।

তাৰ পাচত গৃহকৰ্ম্মত লিপ্ত হব। যদি গৃহ কৰ্ম্ম কৰি থকাৰ ভিতৰতে কোনো ভকত বা বৈষ্ণৱৰ সমাগম হয়, তেন্তে সেই গৃহকৰ্ম্ম তাতে এৰি (সম্ভৱমতে) সেই সকলক শুশ্ৰূষা কৰিব আৰু হৰিকথাৰ প্ৰসঙ্গ হলে তাত মগ্ন হ'ব।

প্ৰকৃত সাধুৰ শুশ্ৰূষাত কিম্বা হৰিকথাৰ প্ৰসঙ্গত গৃহ কৰ্ম্মৰ হানি হ'ল বুলি মনলৈ কদাপি আনিব নাপায়। কেনেবাকৈ ভাব আহিলে ভকতি আৰু জ্ঞানৰ বীজ নষ্ট হয়। উক্ত কৰ্ম্মত কেতিয়াও গৃহকৰ্ম্মৰ ক্ষতি নহয়, বৰং দ্বিগুণ ভাল হে হয়। ভগাৱানে নিজে সেই সকলৰ ভৰন পোষণৰ ভাৰ গ্ৰহণ কৰে। গীতাত এই বিষয়ে ভগৱন্তই কৈছে :—

অনন্যাশ্চিন্তয়ন্তো মাং যে জনাঃ পৰ্য্যুপাসতে।
তেষাং নিত্যাভিযুক্তানাং যোগক্ষেমং বহাম্যহম্॥

অৰ্থাৎ—অন্যচিন্তা এৰি যদি মোৰ ভজনত ৰত হয়, তেনে সৰ্ব্বতোভাৱে যুক্ত থকা মৎপৰায়ণ লোকসকলৰ ভৰণ পোষণৰ ভাৰ সম্পূৰ্ণ মই লওঁ।

গৃহকৰ্ম্মত বা হৰিকথাত দিন অতিবাহিত হলে গোধূলি প্ৰয়োজন আৰু অৱস্থা বুজি পূৰ্ব্ববৎ স্নান কৰি গুৰু-হৰি শৰণ বাক্য স্মৰণ কৰিব। পাচত ভোজনাদি সাঙ্গ কৰি কথাপ্ৰসঙ্গ নাথাকিলে নিজৰ অৱস্থানুযায়ী নিৰ্ম্মল শয্যাত শয়ন কৰিব। শয়নৰ সময়ত কৰিব লগীয়া প্ৰাৰ্থনা পিচত দিয়া হব। বৰ্ত্তমান ভোজন প্ৰসঙ্গ উল্লেখ কৰা হৈছে।

ভোজন বিষয়ে শৰণীয়াৰ বিশেষ কৰিব লগা একো নাই। যি বিলাক ব্যৱস্থা আছে সেই বিলাক দীক্ষিত তান্ত্রিক বৈষ্ণৱৰ কাৰণে হে মাত্র, বৈদিক শৰণীয়াসকলৰ মাত্র ভোজনৰ সময়ত পৰম আনন্দ মনেৰে অন্নাদিৰ পাত্রটি প্রীতিসহকাৰে স্পর্শকৰি মনতে ভাবিব যে—"মই প্রভুৰ একান্ত দাস, প্রভুৰ নিজ ভড়ালৰ দ্রব্য দাসক প্রতি দয়া কৰি দান কৰিছে। প্রভুৰ এই অনুগ্রহ প্রদত্ত প্রসাদ দাসে জানি নজানি গ্রহণ কৰোতে যি দোষ হয়, সেই সকলো দোষ ক্ষমা কৰি নিজ ভৃত্যৰ সঙ্গত ঠাই দিয়ে যেন।" এই বুলি স্মৰণ কৰি মূৰটি অলপ দোঁৱাই লৈ ইষ্ট গুৰুক স্মৰণ কৰি প্রসাদ গ্রহণ কৰিব।

ভোজনৰ আগতে হাত মুখ ভৰি ধুব লাগে। শাস্ত্রই কয় :—

পঞ্চার্দ্রো ভোজনং কুর্য্যাৎ প্রাঙ্‌মুখো মৌনমাস্থিতঃ।<br>হস্তৌ পাদৌ তথৈবাস্যমেষু পঞ্চার্দ্রতা মতা॥

অর্থাৎ—হাত দুখন, মুখ খন, আৰু ভৰি দুটা, এই পাঁচ ঠাই ধুই পূব ফালে মুখকৰি নিমাত হৈ ভোজন কৰিব লাগে।

বিশেষ কথা—স্নান কৰিহে ভোজন কৰা বিধেয়। পুৱাৰ বাহি গা নোধোৱা কৰি কদাপি শৰণীয়ালোকে ভোজন নকৰিব।

শাস্ত্রই কয় :— অস্নাতাশী মলং ভুঙ্‌ক্তে। * * * ইত্যাদি। অর্থাৎ— পুৱাৰ বাহি গা নোধোৱাকৈ

কেতিয়াও ভোজন নকৰিব ; কৰিলে মল খোৱাৰ সমান হয়। কিন্তু কেইটিমান বস্তু অগত্যা স্থলত ভোজন কৰিব পাৰি। এই বিষয়ে শাস্ত্ৰই কয় :—

ইক্ষুৰপঃ পয়শ্চৈব তাম্বুলং ফলমৌষধম্ ।
ভক্ষয়িত্বা তু কৰ্ত্তব্যাঃ স্নানদানাদিকাঃ ক্ৰিয়াঃ ॥

অৰ্থাৎ— অগত্যা ভ্ৰমণাদি কাৰ্য্যত পথত অসুবিধাত পৰিলে, কিম্বা অসুস্থতা নিবন্ধন গা নোধোৱাকৈয়ে কুঁহিয়াৰ, পানী, গাখীৰ, তামোল, যি কোনো ফল, ঔষধ, ইত্যাদি পান ভোজনাদি কৰি গা ধুব পাৰে, তাত কোনো দোষ নহয়।

কিন্তু পুৱাৰ বাহি গা ধোৱাৰ পাচত বিশেষ কাৰণ নহলে গা নুধুই মুখ হাত ভৰি ধুয়েই অন্ন জল আদি গ্ৰহণ কৰিব পাৰে। ভোজনৰ সময়ত পানীয় জলপাত্ৰটি নিজৰ সোঁহাতে ৰাখিব লাগে। বাওঁহাতে জলপাত্ৰ ৰাখি ভোজন কৰা নিষেধ। শাস্ত্ৰই কয় :—

বামপাৰ্শ্বে স্থিতে তোয়ে যো ভুঙ্‌ক্তে জ্ঞান দুৰ্ব্বলঃ ।
আকল্পং নৰকং ভুঙ্‌ক্ত্বা পশ্চাৎ জায়েত গৰ্দ্দভঃ ॥

অৰ্থাৎ— ভোজনৰ সময়ত জলপাত্ৰটি বাওঁহাতে ৰাখি ভোজন কৰিলে সেইজন জ্ঞানহীনলোকে এক কল্প যাৱৎ নৰক ভোগাৰ পাচত গাধা হৈ জন্ম গ্ৰহণ কৰে।

এতেকে ভোজনৰ সময়ত লোটা চৰীয়া গিলাচ আদি জলপাত্ৰবিলাক সোঁহাতে ৰাখি খাব লাগে।

পানীৰ পাত্ৰটি বাওঁহাতে ধৰি খোৱা নিষেধ। বিশেষ কাৰণত খাব লগা হলে সোঁ হাতখনো যোগ কৰি বা লগাই থাকিহে পানী খাব লগে।

লক্ষ্য কৰিব লগা কেইটিমান কথা আছে, যেনে—ভোজনৰ পাত্ৰটি যাতে মলযুক্ত নহয়, বা ভগা ফটা কাঁহৰ পাত্ৰ নহয়, অন্য পাত পতুৱা হলেও যাতে ধোৱা নিৰ্ম্মল হয়, সেইটো চাব লাগে, ঠাইডোখৰিও যাতে মছা সৰা চফা হয়, আশে পাশেও যাতে গেলা পচা দুৰ্গন্ধ নহয় আৰু যাতে কোনো লোভাকৃষ্ট মনুষ্যাদিৰ দৃষ্টিগোচৰ হৈ নাথাকে, মাখি মেকুৰী আদি জীৱ জন্তুৰ দ্বাৰা উচ্ছিষ্ট কৰা অন্ন, কোনো ৰোগীয়ে ভোজনাদি কৰা পাত্ৰত থকা অন্ন, অপৰিচিতলোকে ব্যৱহাৰ কৰা পাত্ৰ, আৰু বিৰুদ্ধ সম্প্ৰদায়ৰ ব্যৱহৃত পাত্ৰ, উচিত মতে টেঙা ক্ষাৰ আদি লগাই সংস্কাৰ নকৰা কৰি কদাপি ব্যৱহাৰ নকৰিব। কৰিলে কায় মন বাক্য, বুদ্ধি আত্মা অপৱিত্ৰ হয়। ভক্তি বা জ্ঞান নষ্ট হয়।

দৃষ্টান্ত—এজন মহা সাধু বৈষ্ণৱ জ্ঞানী তেওঁ মাছ মাংস মদ আদি একো ব্যৱহাৰ নকৰে আৰু সেইবিলাক বস্তুলৈ ঘৃণা ৰাখে। পাছে এদিন তেওঁ এঠাইলৈ যাওঁতে এঘৰত কোনো কাৰণে সোমাল, তেতিয়া তেওঁক ভাত জল বা জলপান খাবলৈ দিলে, তেওঁ যদি কোনো বিচাৰ নকৰা কৰি জল পাত্ৰ বা জলপানৰ পাত্ৰ গ্ৰহণ কৰি খাবলৈ আৰম্ভ কৰে তেতিয়া তেওঁৰ কি হব? হব এই:—যদি সেই ঘৰত মাছ

মাংস খোৱাৰ অভ্যাস থাকে তেন্তে পাত্র বিলাকত কেচা মাছৰ দৰে কেছেমাকেছেম গোন্ধ পাব। ভদ্রতাৰ খাটিৰ ৰাখি খালে তেওঁৰ তৎক্ষণাৎ পেট উখহিব আৰু অসুখ কৰিব। কায় মন সেই মুহূর্ত্ততে অপবিত্র হব। যদি মদ্যপায়ী হয় তেন্তে, মদ্যপান কৰা পাত্রত দিয়া জলাদি পান কৰিবলৈ লওঁতে মদৰ গোন্ধ পোৱা মাত্রেই সেই সাধুজনৰ কায় মন বাক্য বুদ্ধি আত্মা সকলো তৎক্ষণাৎ অশুদ্ধ হব, মনত বিদ্বেষ, ঘৃণা আৰু অশুচি ভাব উদয় হৈ জ্ঞান ভক্তি তৎক্ষণাৎ নষ্ট হ'ব। যদি অপৰিচিত বা ৰোগী হয়, তেন্তে তেওঁৰ পাত্রত ব্যৱহাৰ কৰিলে ৰোগৰ বীজাণু সংক্রমণহৈ লাহে লাহে যক্ষ্মা, কুষ্ঠ আদি ভীষণ ৰোগত আক্রান্ত হ'ব। এইবিলাক কথাৰ প্রমাণ কোটি কোটি পোৱা যায়। নগৰত হোটেলত ভাত বা চাহ জলপান খোৱা লোকৰ প্রায়েই ডুবাৰোগ, যক্ষ্মা আদি ৰোগ হোৱা দেখা যায়। আজি কালি অত্যধিক ৰোগ সংক্রমণ হোৱা দেখা যায়। ইয়াৰ কাৰণ অন্ধ জাতিয়ে দেখা নাপালেও জ্ঞানী সাধুসকলে দেখা পায়। পৃথিবীৰ নানা ঠাইৰ অপৰিচিত, অপৰীক্ষিত ৰোগী, বিৰুদ্ধ ধৰ্ম্মী আদি লোকৰ সমাগমত চাহৰ মিঠাইৰ বা ভাতৰ দোকানত একেলগে বহি বা একে পাত্রতে ভোজন কৰি বা সেই বিলাকৰ সংস্রৱ কৰি স্নান আদি নাচৰি, চাহাৰ সাজি আমাৰ অজ্ঞ অন্ধ জাতিয়ে নিজৰ জাতি, ধৰ্ম্ম, কৰ্ম্ম স্বাস্থ্য, জ্ঞান, আয়ু সকলো নষ্ট কৰিছে। এই বিলাক

কথাৰ ঘোৰ প্ৰতিবাদ হিন্দু ঋষি মুনিসকলে চিৰদিন কৰি আহিছে আৰু কৰিও থাকিব। আধুনিক ধৰ্ম্ম হৈছে মাত্ৰ চাবোনেৰে গা ধুই গোন্ধ তেল আদি ঘঁহি ধোবাই ধোৱা কাপোৰ পিন্ধিলেই সকলো সিদ্ধ হয়। কিন্তু কলেজত পঢ়ি থাকোতে লৰাবিলাকে পিতৃৰ ধনেৰে সেই কেইটি ধৰ্ম্ম সম্পূৰ্ণ পালন কৰে। তথাপি তেওঁলোকৰ ভিতৰত যক্ষ্মা আদি দুৰাৰোগ্য ৰোগ সংক্ৰমণ হোৱা দেখা যায় কিয়? ইয়াৰ কাৰণ হোটেল আৰু এক পাত্ৰত ভোজন কৰাটো-ৱেই নহয়নে? বৈষ্ণৱ সিদ্ধান্তমতে আমি কওঁ নিশ্চয় হয়। সেই কাৰণে শৰণীয়া বৈষ্ণৱসকলক প্ৰতি উপদেশ দিয়া হৈছে যে কায়, মন, বাক্য, বুদ্ধি, আত্মা, এই কেইটি শুদ্ধ ৰাখিবৰ কাৰণে সাৱধানে নিয়ম বিলাক পালন কৰিব লাগে। হৰিভক্তি সাধনাৰ প্ৰথম আহিলা শৰীৰৰ সুস্থতা, শৰীৰ অসুস্থ হলে সাধনা কৰা সম্ভৱ নহয়। এতেকে সদাচাৰ নিতান্ত পালনীয়!

সন্ধ্যা প্ৰসঙ্গ বা প্ৰাৰ্থনা হোৱাৰ পাচত, উক্ত প্ৰকাৰে সাৱধানে ভোজন কৰা হলে শয়নৰ কাৰণে শয্যা কৰি লব লাগে। খাই উঠি কিছু সময় আৰাম কৰি তলত দিয়া নিয়মে শয়ন কৰিব লাগে। শুবৰ সময় হলে, কোমল নিৰ্ম্মল শয্যাত স্থিৰ ভাৱে বহিলৈ প্ৰাৰ্থনা কৰিব যথাঃ—

মই দুৰাচাৰ কেৱলে তোমাৰ
অপৰাধী নাৰায়ণ

ক্ষীময়োক হৰি লৈয়ো দাস কৰি
পশিলো হেৰা শৰণ ॥
হে কৃষ্ণ স্বামী তযু পাৱে আমি
কেৱলে শৰণচাওঁ ।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
তেবেসে প্ৰভু এৰাওঁ ॥
হে যদু পতি মই মূঢ়মতি
নজানো সেৱা তোমাৰ ।
কেৱল তোমাৰ চৰণ পঙ্কজে
শৰণ কৰিলো সাৰ ॥
পুৰুষ উত্তম পৰম পুৰুষ
পৰম আনন্দ স্বামী ।
তযু পাদ পদ্ম মকৰন্দ আশে
শৰণ পশিলো আমি ॥
প্ৰভু ভগৱন্ত অনন্ত ঈশ্বৰ
প্ৰপন্ন জন তাৰণ ।
তুমি প্ৰিয়তম পৰম দেৱতা
জানিয়া লৈলো শৰণ ॥

তাৰ পাচত বিৰলে গুৰুবাক্য স্মৰণ কৰি শিক্ষাৰ নিয়ম মতে গুৰুক শিৰতলৈ শয়ন কৰিব লাগে । শয়ন অৱস্থাত দুঃস্বপ্ন দেখিলে গুৰুকেই স্মৰণ কৰিব লাগে । হাত ভৰি মেলি শান্ত ভাৱে বাওঁ পাশে কাটি হৈ শয়ন কৰিলে খাদ্য

বস্তু ভাল দৰে হজম হয়। ৰাতিৰ ভোজন লঘু হলে দুঃস্বপ্ন নেদেখে। গতিকে ৰাতি লঘু আহাৰ কৰি ক্ৰোধাদি বৰ্জ্জিত হৈ স্থিৰ ভাৱে হাত ভৰি মেলি বাওঁ পাশে কাটি হৈ গুৰু বাক্য স্মৰণ কৰি গুৰুক শিৰত লৈ শয়ন কৰা শৰণীয়াসকলৰ নিতান্ত কৰ্ত্তব্য।

এই হল শৰণ মাত্ৰ গ্ৰহণ কৰা লোকৰ পক্ষে দৈনন্দিন সদাচাৰ। কিন্তু ভজন উপাসনা আদি গ্ৰহণ কৰা ভকত সকলৰ কাৰণে আৰু বহুতো শিক্ষা আছে। সেই বিলাক সেই থাপৰ ভকতৰ কাৰণে কৰা—"ভক্তি সাধন ৰহস্য"—নামৰ গ্ৰন্থত লিখা হৈছে। সেই শ্ৰেণীলৈ উঠিলেহে পোৱা হ'ব।

চাৰ লগীয়া:—শৰণ মাত্ৰ গ্ৰহণ কৰা শিষ্যসকলৰ প্ৰতি উপদেশ এই যে সকলো বিপদ সম্পদত তেওঁ লোকৰ গুৰুৱেই প্ৰধান আশ্ৰয়। এতেকে ভজনাদি গ্ৰহণ কৰি পূৰ্ণভাৱে ঈশ্বৰ বস্তুৰ পৰিচয় নোহোৱালৈকে সকলো কাৰ্য্যতে শৰণীয়াসকলে গুৰুকেই মাত্ৰ স্মৰণাদিৰে আশ্ৰয় কৰিব লাগে। ওখ থাপলৈ উঠিলেহে কেৱল আত্মাশ্ৰয়ী হব পাৰে। এই বিষয়ে শিষ্য সকলে বিশেষ সাৱধানভাৱ সহিত মনোযোগ দিয়া উচিত। কদাপি অনধিকাৰ চৰ্চ্চা কৰা উচিত নহৱ

---

## পঞ্চম্ উপদেশ (৫)

( প্ৰাণান্তেও মিছা নকবা। )

অৰ্থাৎ—শৰণ গ্ৰহণ কৰাৰ পাচত নিজৰ প্ৰাণ সংশয় হোৱা স্থলতো মিছা কব নাপায়। মহা বিপদতো সত্যকেহে আশ্ৰয় কৰি থাকিব লাগে। তেহে ভক্তিৰ পাত্ৰ হয়। দৈবাৎ প্ৰাণ গলেও ভক্তিৰ পাত্ৰ হৈহে যায়। ফলতঃ পৰ জন্মত অতি শীঘ্ৰে ভক্তি লাভ হয়। সদ্গুৰুৰ কৃপাত ভক্তি সিজে। মিছা কলে মন প্ৰাণ কলুষিত হয়। সত্যত আশ্ৰয় কৰি থাকিলে মন শুদ্ধ হয়। গীতাত ভগৱন্তই কৈছে :— "মনঃ সত্যেন শুদ্ধ্যতি" অৰ্থাৎ—মন সত্যৰ দ্বাৰা হে শুদ্ধ হয়। নিৰ্ম্মল মনত হে ভক্তিৰ উদয় হয়। গুৰুজনে কৈছে :—

'নিৰ্ম্মল মনত হোৱে ভক্তিৰ উদয়'। বেদান্তাদি শাস্ত্ৰই কয় :—সত্যং হি পৰমং ব্ৰহ্ম। অৰ্থাৎ—সত্যই পৰম ব্ৰহ্ম স্বৰূপ। উপনিষদে কয় :—নহি সত্যাৎ পৰো ধৰ্ম্মঃ। অৰ্থাৎ— সত্যত কৰি শ্ৰেষ্ঠ ধৰ্ম্ম নাই। এতেকে সত্যক আশ্ৰয় কৰিলে ব্ৰহ্মস্বৰূপা বিষ্ণুভক্তি অচিৰে প্ৰকাশ পায়।

কিন্তু যত সত্য কলে সাধু বা ভকতৰ প্ৰাণান্ত হয়, সেই স্থলত মৌন হব লাগে। যদি মৌন হলেও প্ৰকৃত ভকতৰ প্ৰাণ ৰক্ষা নপৰে, সেই স্থলত তেওঁৰ প্ৰাণ বচাবলৈ কিঞ্চিৎ অসত্য আচৰিলে প্ৰভুৱে ক্ষমা কৰিব পাৰে, এতেকে সদায় সত্য আচৰণীয়, গ্ৰহণীয় আৰু অনুসৰণীয় বুলি দৃঢ় কৰি ধৰিব লাগে।

# ষষ্ঠ উপদেশ (৬)

( সদ্‌গুৰু আৰু সৎশাস্ত্ৰত শ্ৰদ্ধা ৰাখি চলিবা। )

অৰ্থাৎ শৰণীয়াসকলে সদায় সদ্‌গুৰুত, মানে—শাস্ত্ৰত পণ্ডিত, কৃষ্ণত ভকত, সদাচাৰী শৰণ দাতা গুৰুত দৃঢ় বিশ্বাস ভক্তি সেৱা আনুগত্য আৰু শ্ৰদ্ধা ৰাখি চলিব লাগে। সেইদৰে সৎ শাস্ত্ৰ বেদ, গীতা, উপনিষদ, ভাগৱত, পঞ্চৰাত্ৰ আদি বৈষ্ণৱীয় ভক্তিশাস্ত্ৰ সমূহত দৃঢ় বিশ্বাস ৰাখি অনুশীলন আলোচনা আদি কৰি চলিব লাগে। তেতিয়া কায়, মন, বাক্য শীঘ্ৰে শুদ্ধ হয়; ভক্তিৰ ভাজন হয়, ভক্তি লাভ হয়, ভক্তি বাঢ়ে আৰু ভক্তি অচলা হয়।

এই বিষয়ে বিশদভাৱে জানিবলৈ হলে মৎকৃত "সাধু সঙ্গ বা গুৰু সেৱা নামৰ গ্ৰন্থ খনি চালেই জানিব পৰা হব।

মহাপুৰুষে কয় :—

শাস্ত্ৰ গুৰু সৱে শিষ্যক কৃপায়ে
শুদ্ধ উপদেশ দিব।
শিষ্যসৱে শুদ্ধ ভাৱে নাচৰিলে
তাৰা সৱে কি কৰিব॥

এতেকে শাস্ত্ৰ আৰু গুৰুত শুদ্ধভাৱে শ্ৰদ্ধাৰাখি চলিব লাগে। তেহে ভক্তি সিজে।

## সপ্তম উপদেশ (৭)

(নিজৰ সঙ্গীসকলত প্ৰাণাধিক প্ৰীতি ৰাখিবা। ৰূঢ়া বচন প্ৰয়োগ নকৰিবা।)

অৰ্থাৎ—শৰণীয়া লোকৰ পক্ষে শৰণীয়া লোক মাত্ৰেই সঙ্গী। কাৰণ শৰণীয়া সকলোটি একে পথৰ পথিক, গুৰুও সেই একে জনেই। গতিকে একেটি ভক্তি মাৰ্গৰ লগৰীয়া সকলক প্ৰাণাধিক প্ৰীতি নকৰিলে ভক্তি পথত আউল লাগে। সংসাৰৰ মাজেদি ভক্তি পথত গতি কৰোতে অনেক বিঘিনি তথা অচিন তত্বৰ পৰিচয় পোৱা টান হৈ পৰে। প্ৰীতি সহকাৰে সঙ্গ কৰিলে নিজৰ দুৰ্ব্বাসনা দূৰ হয়, আৰু সুবাসনাই লগ লয়। সেইসকলক ৰূঢ়া বচন বুলিলে মনত কপট হয়, ফলতঃ দুৰ্ব্বাসনাই বেড়ি ধৰে। মন কলুষিত হয়, কদাপি ভক্তিৰ ভাজন হব নোৱাৰে। গুৰু জনে কয়:—

> সন্তৰ সঙ্গত সুবাসনা সুখে পুৰুষক পাৱে জানা
> হোৱে দুৰ্ব্বাসনা সন্তৰ মন কপট।

আন ঠাতে গুৰুজনে কৈছে:—

> দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।
> ভকতৰ সঙ্গ পাইলে গুছে কৰ্ম্মজড় ॥

পদ্ম পুৰাণত শিৱই পাৰ্ব্বতীক কৈছে:—

> আৰাধনানাং সৰ্ব্বেষাং বিষ্ণোৰাৰাধনং পৰম্
> তস্মাৎ পৰতৰং দেবি! তদীয়ানাং সমৰ্চ্চনম্ ॥

অৰ্থাৎ— সকলো আৰাধনাতকৈ বিষ্ণুৰ আৰাধনা শ্ৰেষ্ঠ। কিন্তু হে দেৱি! তেওঁৰ ভকতৰ আৰাধনা (সেৱা শুশ্ৰূষা) তাতোকৈও শ্ৰেষ্ঠ।

গুৰুজনে কৈছে :—

পৰম ঈশ্বৰ দেৱ কৃষ্ণক নাপায় লাগ
তপ জপ যাগ যোগ দানে।
একান্ত ভক্তৰ পদ ৰেণু শুদ্ধ চিত্তে মাথে
অভিষেক নকৰয় মানে ॥ —ঘোষা

এতেকে বৈষ্ণৱত প্ৰীতি অৱশ্যে কৰিব লাগে, আৰু বঢ়া বচন আদি আচৰি সেইসকলৰ মনলৈ কপট অনাৰ নালাগে। সঙ্গী ভকতে মনত দুঃখ পালে কদাপি সেইসকলে দুৰ্ব্বাসনাৰ নাশক আৰু সুবাসনাৰ উৎপাদক হৰি কথাৰ উদাৰ প্ৰসঙ্গ নকৰে। ফলতঃ ই এটা ভক্তি পথৰ ঘোৰ অন্তৰায় হয়।

গতিকে এই উপদেশ নিতান্ত পালনীয়।

---

## অষ্টম উপদেশ (৮)

(শাস্ত্ৰজ্ঞান-শূন্য মানুহৰ লগত তৰ্ক নকৰিবা।)

অৰ্থাৎ শাস্ত্ৰজ্ঞানহীন মূৰ্খ লোকে কোনো প্ৰকাৰ জ্ঞান বা ভক্তিৰ অনুকূল প্ৰমান বা যুক্তি নুবুজে, কিম্বা সেই সকলক বুজাবলৈ যত্ন কৰা বৃথা। সেই সকলেও অশাস্ত্ৰীয় আৰু

অযৌক্তিক কথাৰ অৱতাৰণা কৰি ভক্তিৰ বিৰোধিতাকেই আচৰণ কৰে। তেনে লোকৰ লগত তৰ্ক কৰিলে শ্ৰৱণীয়াসকলৰ মন কলুষিত হয় — জন্মে, প্ৰতিকাৰ প্ৰতিহিংসা আদি ভাৱত মন বাক্য দোষ লিপ্ত হয়।

ফলতঃ জন হব নোৱাৰি পথ ভ্ৰষ্ট হয়। এতেকে মূৰ্খৰ লগত তৰ্ক নিতান্ত ত্যাজ্য।

## নৱম উপদেশ (৯)

(বাচি খাবা জাগি শুবা)

অৰ্থাৎ প্ৰত্যেক বস্তু (বৈষ্ণৱৰ খাদ্য হলেও) ধুই পখালি চাই চিটি খাব লাগে। অবৈষ্ণৱৰ প্ৰদত্ত কোনো পকা বস্তুকেই নাখাব। কেচা বস্তু হলেও মূল্য দি নিজা কৰিলৈ খাব পাৰিলে ভাল হয়। অগত্যা স্থলত প্ৰাণ ৰক্ষা কৰিবলৈ কদাচিৎ বিপৰ্য্যয় ঘটিলে বিশেষ দোষৰ ভাগী নহয়। অন্নৰ দোষ বিষয়ে দ্বিতীয় উপদেশত কৈ অহা হৈছে। পাপীৰ অন্ন প্ৰাণান্তেও ত্যাগ কৰা উচিত। অজ্ঞানত দোষ নাই।

সৰ্ব্বসাধাৰণতে বৈষ্ণৱে তামোল এখন গ্ৰহণ কৰিবলৈকে এনে দৰে শিষ্টাচাৰ পালন কৰিব লাগে। যেনে—প্ৰথমতে বটাটো চকা কৰি ধুই লব লাগে বা ধোৱা হব লাগে। পান তামোল কটাৰী ধুই সেই বটাত থব। যদি গোবোৱা

তামোল হয় তেন্তে তাব বাকলি গুচাই একেলগে তামোল কটাৰী আৰু হাত ধুইছে তামোল কলা কাম কৰিব। পাচত পাণ ফালিলৈ দৰ্কাৰ বুজি পাণত শিল চুণ লগাই ভাঙি বটাত সজাব, পালে পাণৰ মছলা কর্পূৰ, চক, লং দালচেনী আদি দিব পাৰে। কিন্তু ধপাতৰ লগত কদাপি সংস্রৱ নকৰিব। এনে দৰে সজাইলৈ যদি সমাজত কোনো বৈষ্ণৱ লোক থাকে তেন্তে সেই সকললৈ সম্ভ্ৰভাৱে জানু পাৰি প্ৰথমতে পানীৰ পাত্ৰটি হাত তিয়াবলৈ আগ বঢ়াই দি ঠাই ডোখৰ মোহাৰি বটাটি আগ বঢ়াব লাগে, নিজে পাচত হে গ্ৰহণ কৰিব। যদি বৈষ্ণৱ বা ভক্ত লোক নাথাকে তেন্তে তেনে সমাজত নিজে প্ৰথমতে গ্ৰহণ কৰিলে সজ ভাৱে আনৰ ফালে আগ বঢ়াই দিব লাগে। এইদৰেই কোনো কল কুহিয়াঁৰ আদি পালেও আগ বঢ়াব লাগে।

যি কোনো বস্তু পালেই প্ৰথমে বৈষ্ণৱ সমাজৰ খাদ্য হয় নে নহয় তাক বাচি লব লাগে। পাচত শুদ্ধ সদাচাৰ নীতি অৱলম্বন কৰি গ্ৰহণ নিবেদন আদি কৰিব লাগে। এনে আচৰণ য'ত নাই তাত খাব নালাগে। খালে কায় মন বাক্য অপবিত্ৰ হয়। ফলতঃ ভক্তিৰ ভাজন হব নোৱাৰে।

শৰণীয়া লোকে সদায় জাগি শুব লাগে অৰ্থাৎ—শুবৰ সময়ত গুৰুবাক্য চিন্তা কৰি শুব লাগে। তাতেই ধ্যান খাউতি বাখিব লাগে। তেতিয়া বিস্মৰণ নহয়। একেবাৰেই নিশ্চিন্ত হৈ শুলে গভীৰ নিদ্ৰা হয়; তেতিয়া সকলো

প্ৰকাৰ কথা লয়হৈ অচৈতন্য অৱস্থা প্ৰাপ্ত হয়। তেনে কৰিলে গুৰু বাক্য আয়ত্ত কৰা টান হয়। গুৰু বাক্য তীব্ৰ-ভাৱে স্মৰণ গোচৰ নহলে, কৰ্ম্মমল দাহ নহয়। স্মৰণৰ প্ৰভাৱত হে কৰ্ম্মমল দাহ হয়। গুৰু জনে কৈছে:—

স্মৰণৰ প্ৰভাৱত দাহ কৰ্ম্মমল যত
হোৱন্ত সাধুৰ সৰ্ব্বক্ষণ।

গতিকে বিস্মৰণৰ অৱস্থা ত্যাগ কৰি স্মৰণৰ অৱস্থা দীৰ্ঘ সময় সজাগ কৰি ৰাখিবলৈ যত্নপৰ হলে জাগি শোৱা দৰ্কাৰ। জাগি শুবলৈ হলে ৰাতিৰ আহাৰ নিচেই লঘু, পৰিমান কম আৰু সেয়ে সাত্বিক হব লাগে।

বিশেষ:—ঐকান্তিক বৈষ্ণৱ হলে সেই জনৰ জাতি কুল (মানে—কোন জাতৰ বা বংশৰ) বিচাৰ নকৰি শুদ্ধাচাৰী হলে তেওঁৰ হাতে খাব পাৰি। কিন্তু এই মাত্ৰ বিচাৰ কৰিব লাগে যে—তেওঁ শুদ্ধাচাৰী আৰু অন্ন যোনি বিচাৰ থকা লোক হয় নে নহয়। যদি শুদ্ধসদাচাৰী আৰু অন্নযোনি বিচাৰ থকা বৈষ্ণৱ হয়, তেন্তে তেওঁৰ হাতেখোৱা-হে নালাগে পাত্তে খোৱাও সজ হয়। অন্নযোনি মানে অন্ননিৰ্ণয়, (অন্নস্য যোনিঃ অন্নযোনিঃ) বৈষ্ণৱীয় নীতিমতে কিদৰে অন্নৰ উৎপত্তি আৰু লয় হয়, তাক শাস্ত্ৰ বা গুৰু মুখে শুদ্ধ ভাৱে জানি শিক্ষা লবা। এই বিলাক বিচাৰ নকৰি খালে জাতি কুল ভ্ৰষ্ট হয়। গুৰু জনে কৈছে:—

অন্নযোনি কিছু নকৰে বিচাৰ
জাতিকূল তৈল ভ্রষ্ট। ইত্যাদি।

অর্থাৎ নির্ণয় আদিৰ বিচাৰ নকৰাকৈ য'তে ত'তে খাই ফুৰাসকলৰ জাতি (বৈষ্ণৱৰ জাতি ঈশ্বৰেই) তাৰ মানে ঈশ্বৰৰ চৰণ সেৱাৰপৰা ভ্রষ্ট হয়। কূল (পাৰ) বৈষ্ণৱৰ পক্ষে গুৰুৱেই কূল বা পাৰ। সেই গুৰুসেৱাৰপৰাও ভ্রষ্ট হয়। মুঠতে বিনা বিচাৰে যতে ততে ভোজন কৰা অপৰাধৰ কথা। তেনে কৰিলে হৰি আৰু গুৰু উভয়ৰ অনুগ্রহৰপৰা বঞ্চিত হয়। ফলতঃ ভক্তিৰ পথ নষ্ট হয়।

বিশেষ কথা খিনি—ভজনাদিত—আৰোহণ কৰা শৰণীয়া লোকৰ কাৰণে হে। শৰণ মাত্র গ্রহণ কৰাসকলৰ পক্ষে যিমান সম্ভৱ হয় ভক্তিৰ অবিৰোধী ভাৱে কিছু লৌকিকতা ৰক্ষা কৰি চলিব লাগে। পকা ঘাঁটত পানী ৰখাদি এৰাঁ ঘঁটত পানী ভৰালে সি নষ্ট হে হয় মাত্র একো ফল নধৰে। গতিকে সাধনাত সদায় সাৱধান হব লাগে।

## দশম উপদেশ (১0)

(শৰণ বাক্য প্রতিদিনে স্মৰণ কৰিবা আৰু প্রতিজ্ঞা নেৰিবা)

অর্থাৎ—শৰণত যি বাক্য গুৰুৱে দিছিল, সেই বাক্য প্রতি দিনে শয্যাতে নিদ্রা ভঙ্গ হোৱাৰ লগে লগে স্মৰণ কৰিব লাগে। পুনঃ স্নান কৰি উঠি; আকৌ সন্ধ্যা শয়নৰ

সময়ত স্মৰণ কৰোতে কৰোতে শুব লাগে। তাৰ বাহিৰেও কামৰ অন্তত জিৰণিৰ সময়ত আৰু ফাঁক বুজি যি কোনো সময়ত স্মৰণ কৰিব পাৰি আৰু ভাল হয়।

শৰণীয়াৰ পক্ষে এয়ে গুৰুসেৱা। কিন্তু ভজনাদি গ্ৰহণ কৰাসকলৰ পক্ষে আৰু বহুতো গভীৰ উপদেশ আছে। সেই মতে ক্ৰিয়াকলাপ বহুত লৰচৰ হয়। সেই সকলোবিলাক কথা মংকৃত—"ভক্তি-সাধন ৰহস্য" নামৰ গ্ৰন্থত দিয়া হৈছে। বিশেষকৈ নিজৰ শিষ্যসকলক প্ৰতি বিশদৰূপে দেখুওৱা হৈছে।

ওপৰত কোৱা দৰে শৰণ বাক্য স্মৰণ কৰি থাকিলে স্বকৃত শৰণৰ প্ৰতিজ্ঞাৰ কথা জাগি থাকে, আৰু হৰিগুৰু সন্নিধি হয়; কায় মন বাক্য অতি শুদ্ধ হয়, ভক্তিৰ একান্ত পাত্ৰ হয়, গুৰুৰ কৃপা মিলে, ভক্তিৰ পথ নিষ্কণ্টক হয়, শুদ্ধ সত্ব গুণ প্ৰতিষ্ঠিত হয়।

শৰণ কালত কৰা প্ৰতিজ্ঞা এৰিব নাপায়। অৰ্থাৎ— সদ্‌গুৰুত ঐকান্তিক আনুগত্যতা ৰাখিব লাগে: আৰু ঈশ্বৰ কৃষ্ণৰ চৰণ ভিন্ন আন দেৱ দেৱীত প্ৰাণৰ দুঃখতো কিম্বা পুত্ৰ, পত্নী, ভ্ৰাতৃ, মাতৃ, পিতৃ আদিৰ মহা মহা বিপদ হলেও ধৈৰ্য্যহীন হৈ আশ্ৰয় গ্ৰহণ কৰিব নালাগে। এই দুটি প্ৰতিজ্ঞা ৰক্ষা কৰিব পাৰিলে জগতৰ সকলো প্ৰতিজ্ঞা ৰক্ষা পৰিব আৰু আত্মাৰ সদগতিৰ উপায়— "ঐকান্তিক হৰিভক্তি" কৰতলগতা হয়। সেইজনৰ মানত সংসাৰ সমুদ্ৰখন গোখোজপ্ৰায় হয়।

বৈষ্ণৱ সমাজত এটা কথা কথিত আছে যে :—

নেৰিবা আদিমূল নেৰিবা জাতিকূল
নেৰিবা বোলা বচন ।

অৰ্থাৎ— আদিমূল ( হৰি চৰণ ) জাতিকূল ( গুৰুসেৱা ) বোলা বচন ( শৰণৰ প্ৰতিজ্ঞা বচন ) এই তিনিটি এৰিব নাপায় । এৰিলে সংসাৰ-সমুদ্ৰত ডুবি মৰে । তাৰ উপৰি আৰু এটা কথা আছে যে— ধৰিবা নেৰিবা এৰিলে মৰিবা । অৰ্থাৎ— ভক্তিৰ পথ ধৰিবা কদাপি নেৰিবা এৰিলে পথভ্ৰষ্ট হৈ সংসাৰ সমুদ্ৰত ডুবি মৰিবা ।

প্ৰতিজ্ঞা পালন আৰু প্ৰতিজ্ঞা ত্যাগ সম্বন্ধে শাস্ত্ৰই এনেদৰে সিদ্ধান্ত দিছে :—

ধেনূনাস্তু শতং দত্ত্বা যৎ ফলং লভতে নৰঃ ।
তস্মাৎ পুণ্যং কোটিগুণং প্ৰতিজ্ঞাপালনে দ্বিজ ॥

অৰ্থাৎ—হে দ্বিজ ! শত ধেনু দান কৰিলে যি ফল হয়, তাৰ কোটিগুণ ফল লাভ হয় যদি প্ৰতিজ্ঞা পালন কৰে । কিন্তু পালন নকৰিলে কি হয় শাস্ত্ৰত কৈছে :—

প্ৰতিজ্ঞা খণ্ডনান্মূঢ়ো নিৰয়ং যাতি দাৰুণম্ ।
শতমন্বন্তৰং যাৱৎ পচ্যতে নাত্ৰ সংশয়ঃ ॥
ততোঽত্ৰ জন্ম চাসাদ্য নিৰ্দ্ধনস্য নিকেতনে ।
অন্নবস্ত্ৰবিহীনঃ স্যাৎ ক্লেশী চাপি স্বকৰ্ম্মণা ॥

অৰ্থাৎ— যি মূৰ্খই প্ৰতিজ্ঞা ত্যাগ কৰে তেওঁ দাৰুণ নৰকলৈ গমন কৰে, আৰু ভীষণ নৰকত শত মন্বন্তৰ কাল

পচি থাকে ইয়াত কোনো সন্দেহ নাই। তাৰ পাচত নিজৰ দুষ্কৰ্ম্মৰ ফলত মহা দৰিদ্ৰৰ ঘৰত জন্ম লৈ অন্ন বস্ত্ৰ হীন হৈ অশেষ ক্লেশ ভোগ কৰে।

এতেকে সত্য কৰি সেই সত্য কদাপি ত্যাগ কৰিব নাপায়। কৰিলে ধৰ্ম্ম নষ্ট হয়। অতএব শৰণীয়া লোকে শৰণত কৰা প্ৰতিজ্ঞা বা সত্য সদায় স্মৰণ ৰাখিব আৰু কদাপি ত্যাগ নকৰিব।

## শিষ্টাচাৰ

যি কোনো শৰণীয়া লোকেই বৈষ্ণৱ দৰ্শন পালে প্ৰাণাধিক সৎকাৰ কৰিব লাগে। অৰ্থাৎ সৎকাৰ মানে নিজতকৈ গুৰুস্থানীয় বৈষ্ণৱ জনক সেৱা সম্মান পাদ প্ৰক্ষালন, গাত্ৰমাৰ্জ্জন ব্যজন (বিছনী) ব্যৱহাৰ আদিৰে সসম্ভ্ৰম ভক্তি কৰিব। নিজৰ সমান স্থানীয় জন হলে সসম্ভ্ৰম আলিঙ্গন কৰযোৰ প্ৰীতিসম্ভাষণ আদিৰে মিত্ৰতা জ্ঞাপন কৰিব। নিজতকৈ হীন স্থানীয় (ভক্তিবিষয়ত হে জাতি বা বয়সত নহয়) হলে কোমল ভাবত স্নেহ সম্ভাষণ আদৰ আশ্বাস আদিৰে স্নেহ কৰি পৰিতৃপ্ত কৰিব। প্ৰয়োজন আৰু সম্ভৱ বুজি গুৱাপাণ, বা অন্নাদিৰ ভোজনৰ বাৱস্থা কৰিব লাগে। এইদৰে উচ্চত ভক্তি, সমানত মৈত্ৰি, হীনত স্নেহ কৰাৰ নাম সৎকাৰ,

উক্ত প্ৰকাৰে বৈষ্ণৱৰ সঙ্গ কৰিলে তিনিও জনৰপৰাই মুকুতিৰ মুখ্যদ্বাৰ মুক্ত হব পাৰে। গুৰু জনে কৈছে :—

সাধুসঙ্গ হোৱে জানা মুকুতিৰ মুখ্যদ্বাৰ।
স্ত্রী সঙ্গীৰ সঙ্গ জানা নৰকে যাইবাৰ॥

এই দৰে সাধুৰ সঙ্গ লাভ হলে, যথাযোগ্য সমাদৰ কৰি প্রয়োজন আদিৰ বাতৰি লব। যদি সেইসকলৰ সঙ্গৰপৰা উঠি গৈ নিজে ভোজনাদি কোনো কৰ্ম্ম আচৰিব লগা হয়, তেনে—উচ্চত আৰু সমানত আঁঠুলৈ মূৰ দোঁৱাই আজ্ঞালৈ যাব লাগে। হীনত হলে কোমল ভাৱে কথাটি জনাই যাব লাগে। সেই সকলক ভোজনাদি কৰাওঁতে গুৱাপাণ সহ বটা এটি তলে ওপৰে পাত দি ঠাই ফেৰা মোহাৰি আগ বঢ়াই যথাযোগ্য সেৱা সন্মান আদৰ আশ্বাস আদিৰে ক্ষমা চাব লাগে। কাৰণ গৃহস্থৰ ভড়ালৰ দ্রব্য আগ বঢ়াওঁতে অনেক দোষৰ আশঙ্কা থাকিব পাৰে। তাৰ বাবে তেনে আচৰিব লাগে। সেই দৰে দুজন বা ততোধিক বৈষ্ণৱৰ মাজেদি কোনো কাৰণে যাব লগা হলে, চাপৰি মাটিৰফালে হাত খনি আগ বঢ়াই ধীৰে ধীৰে বস্ত্রাদি সামৰি যাব লাগে।

বৈষ্ণৱৰ সমাগম হলে হৰি কথা উত্থাপন নকৰি গ্রাম্য কথা নাপাতিব। কাৰণ—

গ্রাম্য কথা বিনাশন উত্তম শ্লোকৰ গুণ
প্রসৱয় সাধুৰ সঙ্গত।

তদুপৰি—সম্ভৱ স্থলত গুৰু স্থানীয় জনৰ উচ্ছিষ্ট গ্রহণ কৰিব। পদৰেণু পাদোদক আদি অভিষেক (শিৰোধাৰ্য্য) কৰিব। বিদায়ৰ সময়ত যথাযোগ্য সেৱা সন্মানাদি কৰি

নিজৰ যোগ্যতানুযায়ী কিছু অৰ্চ্চণী বা বস্ত্ৰাদি দান কৰি কিছু দূৰ আগ বঢ়াই থৈ আহিব লাগে। সাধুসঙ্গ বিষয়ে বিপদভাৱে জানিবলৈ হলে মৎকৃত "সাধুসঙ্গ বা গুৰু সেৱা" নামৰ গ্ৰন্থখনি চাব লাগে।

বৈষ্ণৱৰ দাঁত, মুখ, নখ, গাত্ৰ, বস্ত্ৰ, আৰু বচন সদায় শুদ্ধ হব লাগে। গমন, বচন, আৰু দৰ্শন সদায় গম্ভীৰ হব লাগে। এই বিলাকো শিষ্টাচাৰৰ ভিতৰতেই। শৰণীয়া কোনো লোকেই কেতিয়াও হাঁহ, পাৰ, ছাগলী বা যাৰ মাংস লোকে ভক্ষণ কৰে তেনে কোনো পশু বা পক্ষী পালন পোষণ নকৰিব। তেনে কৰিলে সম্পূৰ্ণ পাপ ভাগী হৈ ভক্তি পথৰপৰা ভ্ৰষ্ট হয়, আৰু অবৈষ্ণৱত্ব প্ৰাপ্ত হয়।

এই শৰণ বা দাস্য ভক্তি—উদ্ধৱৰ। অৰ্থাৎ—শ্ৰৱণ কীৰ্ত্তন আৰু সেৱা।

কাষ্ঠা হনুমন্তৰ। অৰ্থাৎ— উপাসনা প্ৰাপ্তি একৰূপতা।

শৰণীয়া বতিৱঙ্গী শিষ্যসকলক মাত্ৰ এই দহোটি উপদেশ, শিষ্টাচাৰ, ভক্তি আৰু কাষ্ঠাৰ বিষয়ে অতি চমুকৈ দিগ্‌দৰ্শন কৰোৱা হল। যদি এইখিনি কথা পালিবলৈ আৰু মনত ৰাখিবলৈ কোনো জন সমৰ্থ হয়, তেতিয়া তেওঁ ভজনাদিৰ ভাগী হব পাৰিব। সেইজন অৱশ্যে ভক্তিৰ পাত্ৰ হব, ইয়াত সন্দেহ নাই।

হে শিষ্যগণ! পুনঃ পুনঃ মই কওঁ যদি এইখিনি কথা মানি নচলিবা, তেন্তে নিজে গলত কলহ বান্ধি সংসাৰ-সমুদ্ৰত

ডুব দিবা, আৰু যদি প্ৰীতি প্ৰতিকৈ পালন কৰিবা তেন্তে কাছি-পাৰি ভক্তিৰ নৌকাত উঠি ভৱসাগৰ সুখেৰে পাৰ হব পাৰিবা। পুনঃ পুনঃ কৈছো, হে শিষ্যগণ! এই উপদেশ বিলাক সাৰোগত কৰা, আহা! ভৱসাগৰ পাৰ হোৱা!! আহা! ভৱসাগৰ পাৰ হোৱা!! আহা! ভৱসাগৰ পাৰ হোৱা!!

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ

---

# ওপৰঞ্চি

আগত কৈ অহা উপদেশ সমূহ পালন কৰা দেখিলে সদ্‌গুৰুৱে সাৱধানে শাস্ত্ৰ দেখুৱাই বৈষ্ণৱৰ ১২টা গুণ (সত্য, শৌচ, দয়া, মৌন, বুদ্ধি, হ্ৰী, শ্ৰী, যশ, ক্ষমা, শম, দম, ভগ) অৰ্জ্জন কৰিবলৈ নিজৰ লগত কিছুদিন ৰাখি শিক্ষা দি লৈহে ভজনাদিৰ ভিতৰুৱা পৰমাৰ্থ দৰ্শন কৰিবলৈ সাৱধানে অভ্যাস কৰাব। দ্বাদশ গুণৰ ব্যাখ্যা তলত দিয়া নিয়মে বুজাই শিক্ষা আৰু অভ্যাস কৰাব লাগে। যেনে:—

১। সত্য— ব্ৰহ্ম বিষয়ক আলোচনাত ৰতি।

২। শৌচ— মাটি পানী আদিৰে দেহাদি শুদ্ধি।

৩। দয়া—আততায়ী ভিন্ন আনৰ দুঃখ দেখিলে দুঃখীত হৈ দুঃখ নিবাৰণৰ উপায় চিন্তা কৰা।

৪। মৌন—গ্ৰাম্য কথাত অৰতি।

৫। বুদ্ধি—ব্ৰহ্ম বা ভক্তি বিষয়ক তত্ত্বানুসন্ধান।

৬। হ্ৰী—ভক্তিবিৰোধী কথাত বা কৰ্ম্মত ঘৃণা বা লজ্জা বোধ।

৭। শ্ৰী—ভক্তি ভিন্ন আনে হৰিসেৱাদিৰ পাৰিব বুলি আশা নকৰা, শুদ্ধ সদাচাৰ পালন কৰা, সেৱাকৰ্ম্মত পটুতা,

শুভাশুভ কৰ্ম্মৰ ফলাফলত আশা ৰহিত কুফলত দুঃখ ত্যাগ, আৰু সকাম কৰ্ম্ম পৰিত্যাগ।

৮। যশ—ঐকান্তিক হৰিদাস ভাব (অৰ্থাৎ—মই হৰিৰ হে দাস এনে দৃঢ় ভাব)।

৯। ক্ষমা—ক্ষমতা থকা সত্ত্বেও অপৰাধ মাৰ্জ্জন কৰা বা প্ৰতিকাৰ প্ৰতিহিংসা নকৰা।

১০। শম—পৰমাত্মাত ঐকান্তিক বুদ্ধিৰাখি মন সংযত কৰি ৰখা।

১১। দম—বহিৰিন্দ্ৰিয় সমূহক স্ব স্ব বিষয়ত অতিলিপ্ততাৰ পৰা বিৰতি কৰা।

১২। ভগ—পৰমেশ্বৰত সৰ্ব্বদায় সৰ্ব্বকৰ্ম্মত ভাব ৰখা।

এই কেইটিয়েই বৈষ্ণৱৰ বাৰ গুণ। ইয়াৰ শিক্ষা নিতান্ত দৰ্কাৰ বুজি অভ্যাস কৰাব।

## শেষত কবলগা

বিবাহ কৰা শিষ্যসকলক দাৰোপ গমন (স্ত্ৰী সম্ভোগ) বিষয়ে পৃথক উপদেশ দিয়া হব। সেই উপদেশৰ গ্ৰন্থ স্বতন্ত্ৰ হব এই গ্ৰন্থত ভাৰ্য্যাগমনৰ ব্যৱস্থা নিদিয়াৰ কাৰণ হৈছে—কেৱল মাত্ৰ শৰণ গ্ৰহণ কৰা বৈষ্ণৱসকলক সেই বিষয়ে মানস চিন্তাৰপৰা বিৰত ৰাখি শৰণ বাক্য স্মৰণত সহায় কৰা। চিন্তাৰ নিৰ্ব্বাপণ সামগ্ৰী নাথাকিলে চিন্তানল দ্বিগুণ প্ৰজ্জ্বলিত হোৱাৰ পূৰ্ণ শঙ্কা থাকে। ফলতঃ অনিষ্ট সাধিত হয়। গতিকেই সেই কথাৰ পৰা বিৰত থাকিলো। সেই কাৰণে বিজ্ঞ শিষ্যসকলে গ্ৰন্থ খনি অসম্পূৰ্ণ বুলি নধৰিবলৈ আঙুলিয়ালো।

প্ৰিয়তম বন্ধু সকলৰ অনুৰোধত আৰু শিষ্যসকলৰ হিতাৰ্থে চমুভাৱে দশোপদেশ ব্যাখ্যা কৰি ১৮৬৮ শকৰ কাতিমাহৰ ২৭ তাৰিখে হৰিদাস শ্ৰীকৃষ্ণৰ দ্বাৰা এই গ্ৰন্থৰ ৰচনা সমাপ্ত হল।

ইয়াৰদ্বাৰা বন্ধুসকলৰ কামনা আৰু শিষ্যসকলৰ শিক্ষাৰ উদ্দেশ্য পূৰ্ণ হওক। ইতি

ওঁ স্বস্তি।